# সপ্তম দশক

হোমেন বৰগোহাঞি



জাৰ্ণাল এম্প'ৰিয়াম
পি, এন, চি, ৰোড
নলবাৰী, অসম

**Saptam Dasak**

*A collection of articles, written by Homen Borgohain and published by Surendra Ch. Baishya, M/s. Journal Emporium, P. N. C. Road, Nalbari-781 335.* **Price: Rs. 20·00 only.**

প্ৰকাশক : শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য, জাৰ্ণাল এম্প'বিয়াম; নলবাৰী

প্ৰথম সংস্কৰণ : এপ্ৰিল, ১৯৮১

বেটুপাতৰ শিল্পী : ত্ৰৈলোক্য দত্ত

মুদ্ৰক : শ্ৰীমনোজ কুমাৰ নন্দী, শাৰদা প্ৰিন্টাৰ্ছ, কলিকতা-৬

মূল্য : বিশ টকা মাথোন।

# সূচীপত্ৰ

# ইতিহাস চেতনা

জীৱনৰ জটিলতা বা ঘটনাৰ ঘন-ঘটাই সাধাৰণ মানুহক যেতিয়া বিমূঢ় কৰি তোলে, তেতিয়া সত্য-দৃষ্টি লাভ কৰাৰ এটাই মাত্ৰ উপায় আছে। সেইটো হৈছে, সমসাময়িক ঘটনাৱলীক নিৰ্লিপ্ত দৃষ্টিৰে বিশাট ঐতিহাসিক পটভূমিত চাবলৈ চেষ্টা কৰা। সমাজত যেতিয়া বিভিন্ন শক্তিৰ সংঘাত হয় আৰু ক্ষমতাৰ কাৰণে ক্ষমাহীন সংগ্ৰাম চলে, তেতিয়া শক্তিমানে কেৱল নিজৰ বিকট চিৎকাৰ আৰু পদ-দৰ্পৰ সহায়েৰেই সাধাৰণ মানুহৰ বুকু কঁপাই তুলি তেওঁলোকৰ পক্ষলৈ টানি-বলৈ চেষ্টা কৰে। তেওঁলোকে কেতিয়াও সাধাৰণ মানুহক নিৰলে চিন্তা কৰিবলৈ অৱসৰ বা অবকাশ নিদিয়ে; অবিৰাম চিৎকাৰ, গৰ্জন আৰু শক্তি প্ৰদৰ্শনৰ দ্বাৰা এনে এটা পৰিবেশ সৃষ্টি কৰা হয়—য'ত সৰ্বসাধাৰণ মানুহে নিজৰ মুক্তি আৰু বিবেকৰদ্বাৰা চালিত হবলৈ পাহৰি ডেমাগগিৰ তাড়ণাত নিজকে সৰ্বব্যাপী আবেগ আৰু উত্তেজনাৰ প্লাৱনত উটুৱাই দিবলৈ বাধ্য হয়। ইতিহাসত বাৰম্বাৰ এনে ঘটনা ঘটি আহিছে। যেতিয়াই এনে অৱস্থাৰ সৃষ্টি হয়, তেতিয়াই সাধাৰণ চিন্তাশীল মানুহে নিজকে অতি নগণ্য আৰু অকিঞ্চিৎকৰ বুলি অনুভৱ কৰিবলৈ আৰম্ভ কৰে। তেওঁক ভাবিবলৈ বাধ্য কৰা হয় যে ব্যক্তি হিচাপে তেওঁৰ কোনো মূল্য নাই, তেওঁ 'জন-সমুদ্ৰৰ' এটোপাল পানী মাত্ৰ; তেওঁৰ নিজস্ব বিচাৰ-বুদ্ধিৰ কোনো মূল্য নাই, শক্তিমানৰ বিপুল গৰ্জনৰ তুলনাত সি এটা অস্ফুট গুমুনিয়াহ মাত্ৰ। চিন্তাশীল আৰু মৰ্য্যাদাবোধসম্পন্ন মানুহৰ জীৱনত ইয়াতকৈ অধিক করুণ আৰু দুখজনক অভিজ্ঞতা নিশ্চয় আন একো হব নোৱাৰে। জীৱনৰ এইবোৰ বিষাদময় মুহূৰ্তত তেওঁৰ সান্ত্বনাৰ একমাত্ৰ স্থল হ'ল ইতিহাস-চেতনা।

প্ৰত্যেক স্থিতধী আৰু চিন্তাশীল মানুহেই সততে এটা কথা মনত ৰখা উচিত যে, আটাইতকৈ ডাঙৰ মাতষাবেই আটাইতকৈ শুদ্ধ মাত

নহ'বও পাৰে। বৰং অনেক সময়ত তাৰ বিপৰীতটোহে সত্য যেন দেখা যায়। যেতিয়াই কোনো মানুহে নৈতিক দুৰ্বলতা অনুভৱ কৰে আৰু বিশ্বাসৰ জোৰ হেৰুৱাই পেলায় তেতিয়াই তেওঁৰ কণ্ঠস্বৰো ক্ৰমাৎ ডাঙৰ হৈ গৈ থাকে। মুক্তি আৰু বিবেকৰ কণ্ঠস্বৰ সদায় শান্ত আৰু বিনম্ৰ ; আবেগ আৰু উত্তেজনাৰ কণ্ঠস্বৰ সমুদ্ৰৰ গৰ্জনৰ দৰে বিশাল। কোনো গান্ধী, বুদ্ধ বা লেনিনে কেৱল ডেমাগগিৰ জোৰেৰে জনসমুদ্ৰত জোঁৱাৰ তুলিবলৈ চেষ্টা নকৰে। তেওঁলোকৰ শান্ত কণ্ঠস্বৰে প্ৰত্যেক ব্যক্তিৰ হৃদয়ত সত্য আৰু বিবেকৰ দীপ-শিখা জ্বলাই তোলে ; জন-পুঞ্জৰ মাজত সি কেতিয়াও উত্তেজনাৰ দাবানল সৃষ্টি নকৰে। যি সকল লোকে জন-সমুদ্ৰত জোঁৱাৰ তুলিবলৈ চেষ্টা কৰে, তেওঁলোকক সেই জোঁৱাৰেই ফেনৰ দৰে উটুৱাই লৈ ফুৰি অৱশেষত কোনোবা পাৰত আছাৰ মাৰি নিশ্চিহ্ন কৰি দিয়ে। সমসাময়িক ঘটনাৱলী যি সকল লোকে ইতিহাসৰ বিৰাট পটভূমিত বিচাৰ কৰি চায়, কেৱল তেওঁলোকেহে এই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰে।

কেৱল এনে এটা ঐতিহাসিক দৃষ্টিভংগীয়েহে সৰ্বব্যাপী উন্মাদনাৰ সময়ত আমাক মানসিক ভাৰ-সাম্য আৰু আত্ম-সন্মান ৰক্ষা কৰি চলাত সহায় কৰিব পাৰে। কাণৰ কাষতে যেতিয়া হাজাৰটা কামানে একেলগে গৰ্জন কৰি উঠে, তেতিয়া মহাপ্ৰলয়ৰ দিন উপস্থিত হোৱা যেন লাগে, পৃথিৱীৰ আন সকলো শব্দ তল পৰি যায়। কিন্তু দূৰৰপৰা শুনিলে সেই শব্দই আমাৰ মনত কৌতুহলৰ বাহিৰে আন একো অনুভূতিৰ উদ্ৰেক নকৰে। ঠিক সেইদৰে যিবোৰ সমসাময়িক ঘটনাৱলীৰ গৰ্জন বা চিৎকাৰে আমাৰ চেতনাক সম্পূৰ্ণ আচ্ছন্ন কৰি পেলায়, সেইবোৰৰো আচল তাৎপৰ্য্য ঐতিহাসিক পৰিপ্ৰেক্ষিতত বিচাৰ কৰি চালেহে ধৰা পৰে। কিবা এটা শব্দ কাণৰ কাষত ডাঙৰকৈ বাজিল বুলিয়েই কেতিয়াও ধৰি লব নালাগে যে পৃথিৱীত সেইটোৰ বাহিৰে দ্বিতীয় কোনো শব্দ নাই। সৰল-মতি সাধাৰণ মানুহে তেনে কাণ-তাল মৰা শব্দ শুনি ভয়ত হুৱাদুৱা লগায় বা মানসিক ভাৰসাম্য হেৰুৱাই

পেলায়। কিন্তু স্থিৰ-মতি চিন্তাশীল মানুহে ধৈৰ্য্য ধৰি অপেক্ষা কৰে; তেওঁ জানে যে সেই কৰ্ণ-পটহ—বিদাৰক কু-শ্ৰাব্য গৰ্জনৰ শেষ তৰঙ্গ বিলীন হৈ যোৱাৰ পিচত আকৌ নামি আহিব পৰিচিত নীৰৱতা আৰু শান্তি। যিবোৰ চিঞৰ-বাখৰ সমসাময়িক মানুহৰ কাণত এদিন সমুদ্ৰৰ গৰ্জন বুলি অনুভূত হৈছিল, কালৰ দূৰত্বই পিচলৈ প্ৰমাণ কৰে যে সেইবোৰ হয়তো ন-পানী পাই উত্ৰাৱল হোৱা ভেকুলীৰ টোৰ-টোৰনিৰ বাহিৰে আন একো নাছিল। দেৱদত্তৰ সংগীত আৰু ভেকুলীৰ টোৰ-টোৰনিৰ পাৰ্থক্য বুজাতো ইতিহাস চেতনাই আমাক সহায় কৰিব পাৰে।

চুম্বকে যেনেকৈ লো'ক আকৰ্ষণ কৰে, শক্তিমানে তেনেকৈ মো-চাহেবৰ দলক আকৰ্ষণ কৰি নিজৰ চাৰিওফালে থুপ খোৱায়। মো-চাহেবৰ অবিহনে শক্তিমানৰ অস্তিত্ব কল্পনা কৰাই অসম্ভৱ। চুম্বকৰ সংস্পৰ্শ লৈ আহি কিছু ক্ষণস্থায়ী শক্তি আহৰণ কৰে। সেই শক্তিৰ জোৰতে তেওঁলোক ম'ৰা চৰাইৰ পাখী পিন্ধা কাউৰীৰ দৰে সাধাৰণ মানুহৰ চকুত চমক লগাবলৈ চেষ্টা কৰে। কিন্তু তেওঁলোক যে আচলতে ম'ৰা চৰাই নহয়, কাউৰীহে; সেই কথা বুজিবলৈ কিছু সময়ৰ দৰকাৰ হয়। ফৰাচী সম্ৰাট দ্বাদশ লুইয়ে গোটেই দিনটো ৰাজসভাত মো-চাহেবৰ দ্বাৰা পৰিবেষ্টিত হৈ থাকি ৰাতি শুবলৈ যোৱাৰ সময়তো এই মো-চাহেবৰ দলৰপৰা ৰক্ষা পোৱা নাছিল। কোন জনে মম-বাটিডাল দাঙি ধৰি সম্ৰাটৰ শুৱনি কোঠাৰ বাটটো দেখুৱাই দিব পাৰে, তাৰ কাৰণেই তেওঁলোকৰ মাজত তীব্ৰ প্ৰতিযোগিতা চলিছিল। যি জনে ঠেলা-হেঁচা কৰি ৰাতিটোৰ কাৰণে এই দুৰ্লভ সন্মান অৰ্জন কৰিব পৰিছিল তেওঁ নিজৰ পৰিয়ালৰ দৃষ্টিত আছিল এজন বীৰ। ৰাজসভাৰ আছিল আটাইতকৈ ঈৰ্ষাৰ পাত্ৰ, সমসাময়িক কালৰ মানুহৰ দৃষ্টিত একোটা কুটুবমিনাৰ। কিন্তু আজি আমি জানো যে সমসাময়িক ফৰাচী সমাজৰ চকুত চমক লগোৱাৰ আৰু বুকুত ত্ৰাসৰ সঞ্চাৰ কৰা এই মানুহবোৰ আচলতে আছিল অতি নীচাশয়

মো-চাহেব মাত্র ! দ্বাদশ লুইৰ দলে পৃথিৱীৰ পৰা বিদায় লব পাৰে, কিন্তু মো-চাহেবৰ দল ৰক্ত-বীজৰ দৰেই অজৰ অমৰ। কিন্তু ইতিহাসে আমাক এই শিক্ষাই দিয়ে যে জিলিকা বস্তু মাত্রেই যেনেকৈ সোণ নহয়, তেনেকৈ সমসাময়িক মানুহৰ চকুত চমক লগোৱা বা বুকুত ত্রাসৰ সঞ্চাৰ কৰা মানুহ মাত্রেই বীৰ নহয়। সময়ে প্রমাণ কৰে যে তেওঁলোকৰ বেছি ভাগেই মো-চাহেব মাত্র। আত্মসন্মান বোধ থকা কোনো সংস্কৃতিবান মানুহেই এই মো-চাহেব সকলৰ ৰঙা চকুলৈ ভয় নকৰে। কাৰণ তেওঁলোকে জানে যে এই ৰঙা চকুৰ অন্তৰালত আছে একোখন কাপুৰুষ হৃদয়, আছে গোপন অপৰাধৰ গ্লানি। আছে এক বিৰাট হীনমন্যতা। মো-চাহেবক সকলোৱেই ঘিণ কৰে, তেওঁ যাৰ বন্দনাত তেওঁলোক অহোৰাত্র পঞ্চমুখ।

শাসন ক্ষমতা যাৰ হাতত পুঞ্জীভূত হৈছে, তেওঁৰ মূৰতেই যে সমস্ত জ্ঞান আৰু বিচাৰ-বুদ্ধিও পুঞ্জীভূত হব লাগিব এনে কোনো কথা নাই। কিন্তু ঠিক তেনে এক ভ্রান্ত ধাৰণাৰ বশৱর্তী হৈ বহুতো শক্তিমান লোকে সমাজত সাময়িক বিপর্যায় ঘটোৱাৰ উদাহৰণ ইতিহাসত বিৰল নহয়। এনে এক উন্মাদনাৰ সময়ত সমাজৰ শুভ-বুদ্ধি আৰু বিবেকক ৰক্ষা কৰিব পাৰে কেৱল সেইসকল লোকে, যি সকলে শক্তিমানৰ দপদপনিত সন্ত্রস্ত হৈ নিজৰ চিন্তা কৰাৰ অধিকাৰ বিসর্জন নিদিয়ে, যি সকলে বুকুৰ তেজ খুৱাই হলেও নিজৰ অসংস্কাৰক লালন কৰে, যি সকলে ইতিহাসৰ পোহৰত সকলো কথা বিচাৰ কৰি চাব পাৰে।

( ২৫শে জুন, ১৯৭৫ চন )

# লেবেল্

ৰান্ধনীয়ে পাকঘৰত চেনি, চাহপাত, ডাইল, নিমখ, হালধি, মছলা আদি অজস্ৰ বস্তুৰ টিনবোৰৰ মাজৰপৰা প্ৰয়োজনত লগা বস্তুটো সহজে বিচাৰি পাবলৈ টিনবোৰত লেবেল্ মাৰি থয়। কোনটোত ডাইলৰ লেবেল্, কোনোটোত বাদামৰ লেবেল্, কোনোটোত মছলাৰ লেবেল্ ইত্যাদি। এনেকৈ লেবেল্ মৰা থাকিলে কোনটো টিনত কি বস্তু আছে জানিবৰ কাৰণে প্ৰত্যেকবাৰেই টিন খুলি চাবৰ দৰকাৰ নপৰে। লেবেল্‌টো পঢ়ি চাই টিনটো টান মাৰি আনিলেই হ'ল।

কিন্তু মানুহ ডাইল, নিমখৰ টেমা নহয় বা ঔষধৰ বটল নহয়। ডাইলৰ টেমাত কেৱল ডাইলহে থাকে, কুইনাইনৰ বটলত কেৱল কুইনাইনহে থাকে। কিন্তু মানুহৰ হৃদয় বা মনোজগত এনে এটা বস্তু যে তাত অজস্ৰ ভাৱ অনুভূতি আৰু আদৰ্শ একেলগে পুঞ্জীভূত হৈ থাকে। একেজন মানুহৰ মনতেই বিভিন্ন পৰস্পৰ বিৰোধী ভাৱ বা আদৰ্শৰ সহাৱস্থানো অসম্ভৱ নহয়। বৰং মানৱ প্ৰকৃতি এনেকুৱা যে ভাৱৰ অন্তৰ্দ্বন্দ্বই তেওঁৰ পক্ষে স্বাভাৱিক, তেনে অন্তৰ্দ্বন্দ্ব নথকাটোহে ব্যতিক্ৰম। অৱশ্যে কিছুমান মানুহৰ মনত পৰস্পৰ বিৰোধী ভাৱ বা আদৰ্শই শান্তিপূৰ্ণভাৱে সহাৱস্থান কৰে, আন কিছুমানৰ মনত এনেবোৰ ভাৱ বা আদৰ্শৰ মাজত অবিৰাম সংঘৰ্ষ চলি থাকে।

গতিকে কোৱা বাহুল্য মাথোন যে বাহিৰৰ লেবেলেই মানুহৰ প্ৰকৃত পৰিচয় নিদিয়ে। যিজন মানুহে ব্যক্তিগত সুবিধা বা সামাজিক স্বাৰ্থৰ কাৰণে নিজৰ গাত কংগ্ৰেছী বুলি লেবেল্ মাৰি ঘূৰি ফুৰিছে, তেওঁৰ মনৰ ভাৱ হয়তো তিনি পোৱাহে কংগ্ৰেছী, বাকী এপোৱা জনসংঘৰ বা মুচলিম লীগৰ। কিন্তু লেবেল্‌ৰ কল্যাণত তেওঁ সমাজত কংগ্ৰেছী বুলিয়েই চালু হৈ গৈছে। সেইদৰে বাহিৰৰ লেবেল্‌ৰদ্বাৰা

যিজন মানুহ কমিউনিষ্ট বা চচিয়েলিষ্ট বুলি পৰিচিত হৈছে, তেওঁ মনে মনে হয়তো তিনি পোৱা বা আধাসেৰহে কমিউনিষ্ট, বাকীখিনি তেওঁ সাম্প্রদায়িকতাবাদী বা সংৰক্ষণশীল। অহিংস গান্ধীবাদী বুলি লেবেল্ লগাই ফুৰা বহুত মানুহেও সামাজিক অন্যায়-অবিচাৰ আৰু শোষণৰ মৰ্মন্তুদ দৃশ্য দেখি অতিষ্ঠ হৈ কেতিয়াবা কমিউনিষ্ট পন্থাকেই শ্রেয় বুলি ভাবিবলৈ বাধ্য হয়; সেইদৰে বহুতো কমিউনিষ্টেও সেই মতাৱলম্বী ৰাষ্ট্ৰত ব্যক্তি স্বাধীনতা পদদলিত হোৱা দেখি বা তাৰ মন-স্লিথিক চৰিত্ৰত আতঙ্কিত হৈ কোনো কোনো মুহূৰ্তত গণতান্ত্ৰিক সমাজবাদ বা গান্ধীবাদী আদৰ্শৰ প্ৰতিয়েই অনুৰক্ত হয়। কিন্তু মানুহে তেনে ব্যক্তিৰ অন্তৰ্দ্বন্দ্বখিনি নেদেখে, দেখে বাহিৰৰ লেবেলখনহে।

কিছুমান মানুহে (সংখ্যাত তেওঁলোক সংখ্যা-লঘিষ্ঠ) নিজৰ গাত এনে লেবেল্ লগাই লবলৈ অস্বীকাৰ কৰে। তেওঁলোকে জানে যে কোনো আদৰ্শ বা কাৰ্য্যপন্থাই সম্পূৰ্ণ ক্ৰটি-শূন্য হ'ব নোৱাৰে। সেইদৰে প্ৰত্যেকটো আদৰ্শ বা কাৰ্য্যপন্থাৰ মাজতেই এনে কিছুমান গুণ বা লক্ষ্য থাকিব পাৰে, যিবোৰ সমাজৰ বাবে মঙ্গলজনক আৰু হিতকাৰক। এনে লেবেলহীন লোকসকলে বস্তুনিষ্ঠভাৱে প্ৰত্যেকটো আদৰ্শৰ গুণ বা কাৰ্য্যকাৰিতাৰ প্ৰতি লক্ষ্য ৰাখি নিজৰ মতামত ব্যক্ত কৰে। এনে কৰাৰ ডাঙৰ বিপদো আছে। সৰ্বসাধাৰণ মানুহ লেবেল্ দেখি দেখি এনেভাৱে অভ্যস্ত বা লেবেলৰ অপৰিহাৰ্য্যতাৰ বিষয়ে এনে-ভাৱে নিঃসন্দেহ যে কোনোবাই বিনা লেবেলে তেওঁলোকৰ সন্মুখত থিয় হৈ কিবা কবলৈ গ'লে তেওঁলোকৰ মনত নানা সংশয়ৰ উদয় হয়। নিৰপেক্ষ বুদ্ধিজীৱীয়ে যেতিয়া একে উশাহতে কোনো এটা বিশেষ আদৰ্শৰ গুণ আৰু দোষ দুয়োটা বিশ্লেষণ কৰি দেখুৱায় বা এদিন কোনো এটা আদৰ্শ আৰু কাৰ্য্যপন্থাৰ গুণ বখানি আন এদিন তাৰ দোষ বা কৰ্তব্য-চ্যুতি বিশ্লেষণ কৰি দেখুৱাই দিয়ে। সৰ্বসাধাৰণ মানুহে তেওঁক তেতিয়া স্ব-বিৰোধী, সুবিধাবাদী বা স্থিৰতাহীন আখ্যাৰে বিভূষিত কৰে। সমাজত লেবেলহীন স্বাধীনচিন্তীয়া বুদ্ধিজীৱীৰ

অৱস্থা অকণো ঈৰ্ষা-যোগ্য নহয়। কিন্তু এই কথাও ঠিক যে এনে স্বাধীনচিতীয়া লোকৰ অবিহনে সমাজৰ চিন্তাধাৰা মৰাসুঁতিত পৰিণত হোৱাৰ ভয় থাকে। সমাজৰ কাম-কাজ সুচাৰুৰূপে চলিবলৈ লেবেলৰ প্ৰয়োজন হব পাৰে, কিন্তু ই খুউব বেছি এটা নেচেছেৰী ইভিল্ বা লাগতিয়াল অমঙ্গল মাত্ৰ ; লেবেলে মনুষ্যত্বক খণ্ডিত কৰে, অৰ্ধসত্যক প্ৰশ্ৰয় দিয়ে, ভণ্ডামিক পৰিপুষ্ট কৰে।

লেবেলৰ বিষয়ে আৰু এটা চিন্তা কৰিবলগীয়া কথা আছে। ভাৰতৰ কংগ্ৰেছ দল সম্প্ৰতি দ্বি-খণ্ডিত হৈছে। এটাৰ গতি প্ৰগতি-শীলৰ লেবেল্, আনটোৰ গাত প্ৰতিক্ৰিয়াশীলৰ লেবেল্। যি সকলে নিজৰ গাত প্ৰগতিশীল বুলি লেবেল্ মাৰিছে, তেওঁলোকৰ বহুতেই হয়তো প্ৰগতিশীল কাৰ্য্যপন্থাত প্ৰকৃতভাৱে বিশ্বাসী। কিন্তু এনে অজস্ৰ লোকো ওলাইছে—যি সকলে প্ৰকাশ্যভাৱেই আদৰ্শতকৈ অন্যান্য কথা বিবেচনা কৰিহে প্ৰগতিশীলৰ দলত নাম লিখাইছে। কোনোৱে হয়তো নিজ নিজ ৰাজ্যত কংগ্ৰেছ দলৰ ঐক্য ৰক্ষাৰ কাৰণে, কোনোৱে মন্ত্ৰীসভাৰ স্থায়িত্বৰ কাৰণে, কোনোৱে প্ৰতিদ্বন্দ্বী উপদলক এই সুযোগতে এশিকনি দিবৰ কাৰণে প্ৰধানমন্ত্ৰীৰ প্ৰগতিশীল দলৰ পতাকাৰ তলত গৈ থিয় দিছে। অৰ্থাৎ একে আষাৰতে চমুকৈ কবলৈ গ'লে তেওঁলোকে নানা কথা চিন্তা কৰি নিজৰ লেবেল্ সলনি কৰিছে। ৰাইজে এতিয়া প্ৰশ্ন কৰিবৰ সময় হ'ল : এনেভাবে লেবেল্ সলনি কৰাৰ ফলত ব্যক্তিবিশেষ বা দলবিশেষৰ হয়তো স্বাৰ্থ সিদ্ধি হ'ব ; কিন্তু তাৰপৰা ৰাইজৰ কি লাভ হ'ব ?

উদাহৰণ স্বৰূপে অসম প্ৰদেশ কংগ্ৰেছৰ কথাই ধৰা যাওঁক। লক্ষণ দেখি অনুমান হৈছে যে প্ৰায় সমগ্ৰ প্ৰদেশ কংগ্ৰেছেই প্ৰধানমন্ত্ৰীৰ দলত নাম লিখাইছে। অৰ্থাৎ ইমান দিনে ই পৰিচিত আছিল কেৱল কংগ্ৰেছ বুলি ; এতিয়াৰ পৰা ই পৰিচিত হব প্ৰগতিশীল কংগ্ৰেছ বুলি। মানুহ একেখিনিয়েই, কৰ্মী একেখিনিয়েই, মন্ত্ৰী একেখিনিয়েই ; কেৱল ৰাতিটোৰ ভিতৰতে সলনি হৈ গ'ল গাৰ লেবেল্খন, কিন্তু আমাৰ

এতিয়াৰ প্ৰশ্ন : অসমৰ কংগ্ৰেছে গাৰ লেবেল্‌খন সলনি কৰিয়ে ক্ষান্ত থাকিব, নে নিজৰ চৰিত্ৰৰো কিছু সলনি কৰিব ? সমাজখনকো সলনি কৰিবলৈ কিছু চেষ্টা কৰিব ? অসম কংগ্ৰেছে গাত প্ৰগতিশীল বুলি লেবেল্‌ লগাৰ ফলত আমাৰ শাসন ব্যৱস্থাৰ পৰা দুৰ্নীতি দূৰ কৰিবলৈ কিছু চেষ্টা আৰম্ভ হবনে ? কংগ্ৰেছক অত দিনে ধনে-জনে পৃষ্ঠপোষকতা কৰি অহা চোৰাং বেপাৰী, লাভখোৰ আৰু ভেজাল-ব্যৱসায়ী নৰহন্তাবোৰক শাসন কৰিবলৈ কিছু ব্যৱস্থা লোৱা হবনে ? বয়-বস্তুৰ আকাশলঙ্ঘা দাম গৰীব মানুহে ঢুকি পোৱাকৈ নমাই আনিবলৈ কিছু চেষ্টা হবনে ? সমাজৰ নতুন সুবিধাভোগী বেপাৰী বিষয়া, ৰাজনীতি-জীৱীৰ পাপচক্ৰ ভাঙি সকলো মানুহকে মনুষ্যত্বৰ মৰ্য্যাদা দিবলৈ ভেশ সলোৱা প্ৰগতিশীলসকলে নতুন সংকল্প লবনে ?

গাৰ লেবেলে মাত্ৰ দুদিন মানৰ কাৰণেহে সৰ্বসাধাৰণ মানুহক মুগ্ধ কৰি ৰাখিব ; তাৰ পিচত তেওঁলোকে বিচাৰিব কাম। অসম কংগ্ৰেছে গাৰ লেবেল্‌ সলনি কৰিছে। চৰিত্ৰ কিমান সলনি কৰিব তাৰ প্ৰতি আমি সতৰ্ক দৃষ্টি ৰাখিম।

( ২৬ নৱেম্বৰ, ১৯৬৯ চন )

# চৰিত্ৰ-হনন ?

অসম বিধান সভাৰ চলিত অধিবেশনত শ্ৰীগৌৰী শংকৰ ভট্টাচাৰ্য্য, শ্ৰীদুলাল বৰুৱা, শ্ৰীসোণেশ্বৰ বৰা আদি বিৰোধী পক্ষৰ সদস্যসকলে মন্ত্ৰীসভাৰ কোনো কোনো সদস্যৰ বিৰুদ্ধে চাঞ্চল্যকৰ দুৰ্নীতিৰ অভি-যোগ উত্থাপন কৰিছিল। অনাস্থা প্ৰস্তাবৰ ওপৰত চলা বিতৰ্কৰ উত্তৰ দিবলৈ উঠি মুখ্যমন্ত্ৰীয়ে অভিযোগবোৰ খণ্ডণ কৰিবলৈ চেষ্টা কৰে, আৰু লগতে তেওঁ কয় যে বিৰোধী পক্ষৰ সদস্যসকলে কেতবোৰ ভিত্তিহীন আৰু অপ্ৰমাণিত অভিযোগ উত্থাপন কৰি মন্ত্ৰীসকলৰ চৰিত্ৰ-হনন কৰিবলৈ চেষ্টা কৰিছে। বিৰোধী পক্ষৰ কোনো কোনো সদস্যই তেতিয়া বহি থকা অৱস্থাত মাত লগাইছিল যে চৰিত্ৰ থাকিলেহে তাক হনন কৰিব পাৰি ; যাৰ চৰিত্ৰই নাই, তেওঁৰ চৰিত্ৰ হনন কৰা যায় কেনেকৈ ?

ক্ষমতাৰ ৰাজনীতিৰ লগত দুৰ্নীতিৰ এনে এটা অচ্ছেদ্য সম্পৰ্ক আছে যে ক্ষমতাত অধিষ্ঠিত থকা কোনো ৰাজনীতিকেই দুৰ্নীতিৰ অভিযোগৰ পৰা মুক্ত হৈ থাকিব নোৱাৰে। প্ৰত্যেকজন ৰাজনীতিকেই ইয়াক এটা Occupational hazard বুলি ধৰিব লাগিব। অভিযোগবোৰ কেতিয়াবা সঁচা হয়, কেতিয়াবা হয়তো মিছা হয়। কিন্তু অভিযোগ যেতিয়া উঠে, তেতিয়া অভিযুক্ত মন্ত্ৰীজনৰ কৰ্তব্য কি ? ৰাইজৰ সন্দেহ আৰু ঘৃণাৰ বিষ-দৃষ্টিৰ পৰা কেনেকৈ তেওঁ নিজকে ৰক্ষা কৰিব পাৰে ? অভিযোগ যাতে কেতিয়াও উঠিব নোৱাৰে বা উঠিলেও যাতে তেওঁ বুকু ফিন্দাই নিজৰ সততা সগৰ্বে প্ৰমাণিত কৰিব পাৰে—তাৰ কাৰণে তেওঁ কি ব্যৱস্থা লব পাৰে ?

বিখ্যাত ফৰাচী ৰাষ্ট্ৰনেতা ক্লিমাচোঁৰ বিৰুদ্ধে এবাৰ গুৰুতৰ দুৰ্নীতিৰ অভিযোগ উঠিছিল। ফ্ৰান্সত তেওঁৰ শত্ৰুৰ সীমাসংখ্যা নাছিল। সুযোগ পালেই তেওঁৰ ৰাজনৈতিক কেৰিয়াৰ ধ্বংস কৰি দিবৰ কাৰণে এই

লোকসকলে ছেগ চাই আছিল। অৱশেষত এনে এটা সুযোগ আহিল। পানামা প্ৰণালীৰ খনন-কাৰ্য্যৰ প্ৰকল্পক কেন্দ্ৰ কৰি ফ্ৰাঞ্চত দুৰ্নীতিৰ এটা বিৰাট কেলেংকাৰী সৃষ্টি হ'ল। কৰ্ণেলিয়াচ হাৰ্জ আৰু বেৰণ ৰেইনাক নামৰ দুজন কুখ্যাত লোকৰ বিৰুদ্ধে গুৰুতৰ দুৰ্নীতিৰ অভি-যোগ প্ৰমাণিত হ'ল। লগতে এই কথাও প্ৰমাণিত হ'ল যে এই দুয়োজন মানুহেই আছিল ক্লিমাচোঁৰ ঘনিষ্ঠ বন্ধু। ক্লিমাচোঁৰ এইবাৰ সাৰণ ক'ত? ফ্ৰাঞ্চৰ এচেম্ব্লিত Deroubde নামৰ এজন সদস্যই ঠিয় হৈ ঘোষণা কৰিলে যে এজন অসাধাৰণ ক্ষমতাশালী আৰু প্ৰভাৱশালী মানুহৰ সহায়ৰ বলতে কৰ্ণেলিয়াচ হাৰ্জৰ নিচিনা এজন অসৎ লোকেও ফ্ৰাঞ্চত আজি এনে এক মৰ্য্যাদা আৰু ক্ষমতাৰ স্থানলৈ উঠিব পাৰিছে। নাটকীয় ভংগীৰে তেওঁ ঘোষণা কৰিলে: "এই অক্লান্ত অনুগত আৰু বন্ধু-বৎসল মধ্যস্থতাকাৰী মানুহজনক আপোনালোক সকলোৱে চিনি পায়। তেওঁ অতিশয় কৰ্মতৎপৰ, অতিশয় বিপজ্জনক, তেওঁৰ নাম দেশৰ সকলো মানুহৰ মুখে মুখে; কিন্তু এই এচেম্ব্লিত আপোনাসকলৰ মাজত এনে এজনো মানুহ নাই—যিজনে, তেওঁৰ নাম উচ্চাৰণ কৰিবলৈ সাহস কৰিব পাৰে। কাৰণ তেওঁৰ তিনিটা বস্তুক আপোনা-সকলে ভয় কৰে: তেওঁৰ তৰোৱাল, তেওঁৰ পিস্তল আৰু তেওঁৰ জিভা। এই তিনিটা বস্তুৰ এটালৈকে মই পৰোৱাই নকৰো, আৰু সেই মানুহ-জনৰ নামটো মই ঘোষণা কৰিম। তেওঁ হ'ল মচিয়ে ক্লিমাচোঁ।"

এই ঘটনাটোৰ বিষয়ে আলোচনা কৰি উইনষ্টন চাৰ্চিলে তেওঁৰ Great Contemporaries নামৰ গ্ৰন্থত লেখিছে: পৃথিৱীৰ কোনো দেশেই এনে ঘটনাৰ পৰা মুক্ত নহয়। মিতব্যয়ীৰ সযত্ন-সঞ্চিত ধন খোলাকটিৰ দৰে খৰচ কৰা হয়, ৰাজহুৱা ধন চুৰি কৰা হয় বা নিৰ্লজ্জ-ভাৱে তাৰ অপ-ব্যৱহাৰ কৰা হয়। বিধায়ক বা আনকি মন্ত্ৰীসকলেও ভেটি খায়, আনৰ পৰা উপকাৰ গ্ৰহণ কৰে, শক্তিশালী ন্যস্ত-স্বাৰ্থৰ লগত আপোচ কৰি তেওঁলোকৰ সেৱা-দাসত পৰিণত হয়। এই কথাও ধৰি লব পাৰি বা সন্দেহ কৰিব পাৰি যে ভোট দিবৰ সময়ত তেওঁলোক

দুৰ্নীতিৰ দ্বাৰা প্ৰভাৱিত হয়। এই সকল প্ৰকৃততে অপৰাধী লোকৰ মাজত নিশ্চয় এনেকুৱা মানুহো বহুত থাকে, যিসকল নিজে অপৰাধী নহয়। কিন্তু বিবেচনাহীন আচৰণ বা অবাঞ্ছনীয় সংসৰ্গ দোষত যি সকলে নিজকে সন্দেহৰ পাত্ৰ কৰি তোলে এইসকল অপৰাধীৰ মাজত এনে মানুহো থাকে—যিসকলৰ নিৰ্দোষ কাৰ্য্য-কলাপ আৰু বন্ধুত্বয়ো তেওঁলোকক অপৰাধীৰ শ্ৰেণীভুক্ত কৰে। এবাৰ যদি কেনেবাকৈ জন-ৰবৰ হৈ-চৈ আৰম্ভ হয়, এবাৰ যদি কুঅভিসন্ধিৰ সন্দেহ সৃষ্টি হয়, এবাৰ যদি সন্দেহজনক নামৰ তালিকা প্ৰচাৰিত হয়, এবাৰ যদি সন্দেহৰ বিষ-বাষ্প চাৰিওফালে বিয়পি পৰে, তেতিয়া হ'লে সম্পূৰ্ণৰূপে বৈধ কাৰ্য্যকলাপ আৰু সম্পৰ্কও ৰাজহুৱা ব্যক্তিৰ কাৰণে অতিশয় বিপজ্জনক হৈ উঠিব পাৰে। কিন্তু যিসকল লোকৰ নিজৰ সততাৰ ওপৰত সম্পূৰ্ণ আত্মবিশ্বাস আছে, তেওঁলোকৰ কাৰণে আত্মৰক্ষাৰ এটা সুনিশ্চিত পথ সদায় মুকলি হৈ থাকে। সেইটো হৈছে এক অনাড়ম্বৰ সৰল জীৱন যাত্ৰা আৰু কৃচ্ছসাধনা, সেইটো হৈছে সমগ্ৰ পৃথিৱীৰ আগত নিজৰ ঘৰুৱা আয়-ব্যয়ৰ বিৱৰণ দাঙি ধৰিব পৰাৰ সাহস; সেইটো হৈছে নিজৰ অৰ্থোপাৰ্জনৰ প্ৰত্যেকটো উৎস সকলোৰে আগত প্ৰকাশ কৰিব পৰাৰ সগৰ্ব মানসিক প্ৰস্তুতি। আত্ম-ৰক্ষাৰ এই উপায় অৱলম্বন কৰাৰ সামৰ্থ্য আছিল ক্লিমাচোঁৰ। নিজৰ সমষ্টিৰ ভোটদাতাসকলক তেওঁ কৈছিল: "মোৰ জীৱনটো এখন খোলা কিতাপ। মোৰ একমাত্ৰ বিলাসিতা হ'ল এয়ে যে মোৰ এখন ঘোঁৰা গাড়ী আছে,— যিখনৰ ঘোঁৰাকেইটাৰ ভৰণ-পোষণৰ কাৰণে প্ৰতিদিনে মোৰ পাঁচ ফ্ৰাংক্‌কৈ খৰচ পৰে; ইয়াৰ বাহিৰেও এখন মৃগয়াভূমিত মোৰ পাঁচশ ফ্ৰাংকৰ এটা অংশ আছে। ইয়াৰ বাহিৰেও মোৰ আন কিবা খৰচৰ ৰাস্তা বা বিলাসিতা আছে বুলি প্ৰমাণ কৰিবলৈ মই যিকোনো মানুহকে প্ৰত্যাহ্বান জনাব পাৰো।"

ক্লিমাচোঁৰ জীৱন ইতিহাস যিসকল লোকে জানে, তেওঁলোকে এই কথাও জানে যে চক্ৰ-বেহুত বন্দী অভিমন্যুৰ দৰে দুৰ্ধৰ্ষ শত্ৰুৰ দ্বাৰা পৰিবেষ্টিত হৈয়ো আৰু ভয়ংকৰ দুৰ্নীতিৰ অভিযোগত অভিযুক্ত হৈয়ো

তেওঁ অৱশেষত সেই চক্র-বেহুৰ পৰা সসম্মানে উদ্ধাৰ পাব পাৰিছিল— কাৰণ তেওঁৰ 'জীৱনটো আছিল এখন খোলা কিতাপ', তেওঁৰ আছিল নিজৰ অৰ্থাগমৰ সকলো উৎস আৰু সম্পত্তিৰ সকলো হিচাপ ৰাজহুৱা ভাৱে প্ৰকাশ কৰিব পৰাৰ নৈতিক সাহস, তেওঁৰ আছিল নিজৰ জীৱনত বিন্দু মাত্ৰ বিলাসিতা বা ব্যয়-বাহুল্য আৱিষ্কাৰ কৰিবলৈ সমগ্ৰ জগতকে প্ৰত্যাহ্বান জনাব পৰাৰ সামৰ্থ্য।

কিন্তু হায়, আমাৰ দেশত বা আমাৰ ৰাজ্যত মানুহক দেখুৱাই সৰ্ব-ত্যাগী সন্ন্যাসীৰ জীৱন যাপন কৰা নেতাজনেও বুকুত হাত দি কব পাৰেনে যে তেওঁৰ জীৱনটো এখন খোলা কিতাপ ? তেওঁ কব পাৰেনে যে তেওঁৰ অৰ্থাগমৰ সকলো উৎস আৰু আয়-ব্যয় আৰু সম্পত্তিৰ সকলো হিচাপ-ৰাজহুৱাভাৱে দাখিল কৰিবলৈ তেওঁৰ নৈতিক সাহস আছে ? বিধান সভাত দুৰ্নীতিৰ অভিযোগৰ মুখামুখি হৈ আমাৰ কোনো কোনো মন্ত্ৰীয়ে এনে নিপুণ অভিনয় কৰে যেন তেওঁৰ নিচিনা সাধু মহাত্মাৰ বিৰুদ্ধে দুৰ্নীতিৰ অভিযোগ আনি চৰিত্ৰ-হননৰ চেষ্টা কৰাতকৈ ডাঙৰ মহাপাপ পৃথিৱীত আন একোৱেই নাই। কিন্তু টেবুল ফাটি যোৱাকৈ ধকা মাৰি উচ্চ-স্বৰে আত্মপক্ষ সমৰ্থন কৰাতকৈ তেওঁ কিয় ক্লিমাচোঁৰ দৰে নিজৰ সম্পত্তিৰ হিচাপ ৰাজহুৱাভাৱে প্ৰকাশ কৰিব নোৱাৰে ? কিয় তেওঁ কব নোৱাৰে যে তেওঁৰ জীৱনটোও ক্লিমাচোঁৰ দৰেই এখন খোলা কিতাপ ? সিংহ মন্ত্ৰীসভা গঠিত হোৱাৰ আজি আঢ়ৈ বছৰ পাৰ হৈ গ'ল। নিজৰ সম্পত্তিৰ হিচাপ ৰাজহুৱাভাৱে দাখিল কৰিবলৈ তেওঁলোক প্ৰতিশ্ৰুতিবদ্ধ আছিল। কিন্তু আজি আঢ়ৈ বছৰে আমি আমাৰ কাকতৰ পাতত বাৰে বাৰে আবেদন জনোৱা সত্ত্বেও মুখ্যমন্ত্ৰীকে ধৰি কোনো এজন মন্ত্ৰীয়েই নিজৰ সম্পত্তিৰ হিচাপ প্ৰকাশ কৰা নাই। এই ৰহস্যময় নীৰৱতাৰ দ্বাৰা তেওঁলোকে কি প্ৰমাণ কৰিব খুজিছে।

ৰাইজৰ ওচৰতো আমাৰ এটা নিবেদন আছে। দুৰ্নীতিৰ বিৰুদ্ধে তেওঁলোকৰ অভিযোগৰ অন্ত নাই কিন্তু কামৰ বেলিকা তেওঁলোকে একো নকৰে। আমি বিচাৰো যে অহা নিৰ্বাচনত যিসকল লোক প্ৰাৰ্থী হ'ব,

তেওঁলোকে নিজৰ উপাৰ্জন আৰু সম্পত্তিৰ বিশ্বাসযোগ্য হিচাপ দাখিল কৰিব নোৱাৰালৈকে তেওঁলোকক যেন কোনেও ভোট নিদিয়ে। যোৱা আঢ়ৈ বছৰত ৰাইজৰ কিবা আৰ্থিক উন্নতি হওক নহওক, মাহে ৪৫০ টকা দৰ্মহা পোৱা ৬০ জন এম, এল, এই মটৰ গাড়ী কিনিছে বুলি বাতৰি কাকতত অভিযোগ উঠিছে। সম্পূৰ্ণ নিৰ্ভৰযোগ্য সূত্ৰৰ পৰা আমি এই কথাও জানো যে তেনেকুৱা ৪৬ জন এম, এল, এৰ বিৰুদ্ধে কেন্দ্ৰীয় চোৰাংচোৱা সংস্থাই ( C.B.I. ) সম্প্ৰতি গোপন তদন্ত চলাই আছে। কিমধিকমিতি।

( ২ অক্টোবৰ, ১৯৭৪ )

# ক্ষুধাৰ সীমান্ত নাই

কাষত দেখা এই ছবিখনৰ শিশুটিক মৃত্যুৱে ইতিমধ্যেই আধা গ্ৰাস কৰিছে, আৰু দুদিন মানৰ পিচতে সি মৰিব। মৃত্যুৰ পিছত সি নিশ্চয় কাউৰী-শগুণৰ ভোজ হব। কাৰণ এই বিশাল পৃথিৱীত তাৰ আপোন বুলিবলৈ কোনো নাই। দিনৰ পিছত দিন একো খাবলৈ দিব নোৱাৰি মাকে তাক অন্তহীন মৰুভূমিৰ অগ্নি কটাহৰ মাজত পেলাই থৈ গুছি গৈছে। এতিয়া সি সম্পূৰ্ণ অকলশৰীয়াভাবে দিগন্তহীন মৰুভূমিৰ মাজত, মানুহৰ হৃদয়ৰ মৰুভূমিত, মৃত্যুৰ কাৰণে প্ৰতীক্ষা কৰিছে। মৃত্যুৰ কাৰণে এটি অভুক্ত অসহায় শিশুৰ নিঃসংগ প্ৰতীক্ষা—ইয়াতকৈ বেছি করুণ আৰু মৰ্মস্পৰ্শী দৃশ্য পৃথিৱীত আন কিবা আছেনে ?

পৃথিৱীত এনে কোনো কাঠ-চিতীয়া নিমৰমিয়াল মানুহ আছেনে—যি মানুহে এই শিশুটিক দেখি প্ৰশ্ন কৰিব, সি কোন দেশৰ কোন জাতৰ শিশু ? সি কি ভাষাত কথা কয় ? তাৰ ধৰ্ম কি ? মাতৃহৃদয়ৰ মমতাৰ কোনো ধৰ্ম বা ভাষা নাই। সি মানুহৰ শিশু। এয়েই তাৰ একমাত্ৰ পৰিচয়। আৰু মানুহৰো একমাত্ৰ পৰিচয় ফুটি উঠিব তেতিয়াহে—যেতিয়া ভোকৰ জ্বালাত তিলে তিলে দগ্ধ হৈ মৃত্যুৰ কাৰণে নিঃসংগ প্ৰতীক্ষা কৰা এই শিশুটিক দেখি তেওঁৰ অন্তৰে স্বতঃস্ফূৰ্তভাৱে হাহাকাৰ কৰি উঠিব, হাত দুখন মেলি মৃত্যুৰ কোলাৰ পৰা তাক নিজৰ কোলালৈ তুলি আনিবলৈ তেওঁ আগবাঢ়ি যাব।

ছবিখনৰ শিশুটি আমাৰ পৰা কেইবাহাজাৰ মাইল দূৰৰ আন এখন পৃথিৱীৰ বাসিন্দা। তাৰ ঘৰ আফ্ৰিকাৰ চোমালিয়াত। কিন্তু আজি যোৱা কেইমাহ ধৰি এই গুৱাহাটীতেই আমি এনেকুৱা শ শ অস্থি-চৰ্মসাৰ অৰ্ধমৃত শিশু দেখিবলৈ পাইছো। কিহৰ গোন্ধ পাই হঠাৎ কৰপৰা সিহঁত জাকে জাকে আহি গুৱাহাটীত ওলালহি—কোনেও কব নোৱাৰে। সিহঁতক মানুহ বুলিও নিশ্চয় কোনেও গণ্য নকৰে। দেখাত

মানুহৰ আকৃতিৰ হলেও এডাল অদৃশ্য সীমা ৰেখাই সিহঁতক অন্য মানুহৰ পৰা পৃথক কৰি ৰাখিছে। ধূলি আৰু বোকাত লেটি লৈ পোকৰ নিচিনাকৈ কিল-বিল কৰি থকা এই অৰ্ধ-মৃত শিশুবোৰ, আৰু সিহঁতৰ অৰ্ধ-নগ্ন অৰ্ধ-মৃত মাকবোৰ এখন যেন জীৱন্ত প্ৰেতপুৰীৰ বাসিন্দা। সিহঁতক দেখি মানুহ ভয়ত উচপ খাই উঠে, চকু-কাণ মুদি লৰালৰিকৈ সিহঁতৰ সন্মুখৰ পৰা পলাবলৈ চেষ্টা কৰে।

সিহঁতে নিশ্চয় এটা সমস্যাৰ সৃষ্টি কৰিছে। কিন্তু সেই সমস্যা এই নহয় যে মানুহৰ লগৰে কেতবোৰ মানুহ—হাজাৰ হাজাৰ অনাথ গৃহ-হীন শিশু আৰু তিৰোতা আমাৰ চকুৰ আগতে গেলিপচি মৰিব ধৰিছে। সিহঁতে কিমানদিন নোখোৱাকৈ আছে, সিহঁতৰ ভৱিষ্যত কি, ধুমুহা-বৰষুণে পৃথিৱীত প্ৰলয়কাণ্ড সৃষ্টি কৰাৰ সময়ত এই উলংগ গৃহহীন মানুহবোৰে ক'ত আশ্ৰয় লয়—এইবোৰ প্ৰশ্নই কাকো বিচলিত কৰা নাই। বেছিভাগ মানুহৰ মনত এটাই চিন্তা: সিহঁত কৰ পৰা আহিছে? সিহঁত ইয়াৰে থলুৱা বাসিন্দা নে সীমান্তৰ সিপাৰৰ বাংলা-দেশৰ পৰা আহিছে? যদি বাংলাদেশৰ পৰা আহিছে, তেন্তে সিহঁতে এদিন অসমীয়া ভাষা-সংস্কৃতিৰ কাৰণে বিপদৰ সৃষ্টি নকৰিবনে?

খুব সম্ভৱ কৰিব। কোনো দেশেই বিদেশীৰ অবাধ প্ৰব্ৰজন সহ্য কৰিব নোৱাৰে। ভোকত আধা-মৰা হৈ চেৰেলা কুকুৰৰ দৰে ৰাস্তাই-ঘাটে ধূলি ধূসৰিত হৈ পৰি থকা এই মানুহবোৰে দুদিনমান খাবলৈ পাই গাটো টণাব পাৰিলেই সিহঁতে তেতিয়া কেৱল ভাত পায়েই সন্তুষ্ট নাথাকিব, সিহঁতক লাগিব নিজৰ মাত, নিজৰ এম, এল, এ, নিজৰ মন্ত্ৰী। সিহঁত তেতিয়া থলুৱা মানুহৰ ৰাজনৈতিক, আৰ্থিক আৰু সাংস্কৃতিক স্বাৰ্থৰ কাৰণে এটা ডাঙৰ বিপদ হৈ দেখা দিব।

কিন্তু আজি যি সময়ত এটা কংকালসাৰ শিশুৱে ৰৌদ্ৰ দগ্ধ নিকৰুণ আকাশৰ তলত ৰাজপথৰ গলিত পীচৰ ওপৰত পৰি চেপ্তা-লুটি পাৰিছে, অভুক্ত শিশুৰ মুখত দিনৰ পিছত দিন এগৰাহ উচ্ছিষ্টও গুজি দিব নোৱাৰি যি মাতৃৰ চকুত উন্মাদনাৰ জুই জ্বলিছে, সিহঁতো যে মানুহ সেইয়া সমূলি পাহৰি গৈ আমি সিহঁতক কেৱল 'সমস্যা' বুলিয়েই চামনে? আমি কি ধৰণৰ 'সংস্কৃতি' ৰক্ষাৰ চিন্তাত ব্যাকুল হৈ এই মানুহবোৰক ভূত দেখাৰ দৰে দেখিছো যি 'সংস্কৃতিয়ে' মৰণ-কাতৰ

শিশুৰ প্ৰতিও আমাৰ মনত বিন্দুমাত্ৰ মানৱীয় সহানুভূতি জগাই নোতোলে ? মানুহৰ প্ৰতি নিঃচৰ্ত অপাৰ মমত্ববোধেই মানুহৰ সংস্কৃতিৰ মহত্তম নিদৰ্শন নহয়নে ? যি ভাষাত দৰিদ্ৰ হতভাগ্যৰ প্ৰতি এষাৰি 'আই ঐ-দেহি' মাত ফুটি নুঠিব, সেই ভাষাক আমি মানুহৰ ভাষা বুলি কমনে ?

বিদেশীৰ অবাধ প্ৰব্ৰজন কঠোৰ হাতেৰে বন্ধ কৰা হওক। সীমান্তৰ পহৰা চকী গুৰি পকৰা এটা সোমাব নোৱাৰাকৈ কট্‌কটীয়া কৰা হওক। অসমৰ থলুৱা স্বাৰ্থ ৰক্ষা কৰিবলৈ সম্ভৱপৰ সকলো ব্যৱস্থা লোৱা হওক। কিন্তু তাৰ অৰ্থ এই যে আমি মানুহক মানুহ বুলি নাচাই কেৱল কেতবোৰ বিমূৰ্ত সমস্যা আৰু ধাৰণাৰ প্ৰতীক বুলিহে সদায় গণ্য কৰিব লাগিব। গুৱাহাটীত দেখা দিয়া কংকালসাৰ ভিখাৰীৰ মিছিলত বিভিন্ন ৰাজ্যৰ বিভিন্ন ভাষাৰ মানুহ থাকিব পাৰে; কিন্তু আমি এই কথা যেন পাহৰি নাযাওঁ যে ক্ষুধাৰ কোনো সীমান্ত নাই। আমি এই কথাও যেন পাহৰি নাযাওঁ যে আমাৰ ওচৰ-চুবুৰীয়াৰ ঘৰত সুখ-শান্তি বিৰাজ নকৰালৈকে নিজেও সুখত থাকিব নোৱাৰো ; আজিৰ জগতত ক্ষুধা আৰু দাৰিদ্ৰ্যৰ সমস্যা য'তেই নাথাকক কিয়, সি আচলতে সমগ্ৰ মানৱ জাতিৰ উমৈহতীয়া সমস্যা। থমাচ্ পেইনে কৈছিল—"য'তেই স্বাধীনতা আছে সিয়েই মোৰ স্বদেশ।" কথাষাৰ সামান্য সলনি কৰি আমি কব পাৰোঁ—"যতেই ক্ষুধা দাৰিদ্ৰ আৰু শোষণ আছে, তাতেই আছে মোৰ সংগ্ৰাম ক্ষেত্ৰ।" ভৌগোলিক সীমাৰেখাই খণ্ডিত কৰা মানুহ কেতিয়াও সম্পূৰ্ণ মানুহ হব নোৱাৰে। সম্পূৰ্ণ মানুহৰ কাৰণে সমগ্ৰ পৃথিৱীখনেই অন্যায় অবিচাৰ আৰু শোষণৰ বিৰুদ্ধে এক অখণ্ড সংগ্ৰামক্ষেত্ৰ। কামত একো কৰিব নোৱাৰিলেও অন্ততঃ আমাৰ অনুভূতিত এই চিন্তাটো জীয়াই ৰাখিবলৈ আমি যেন চেষ্টা কৰো।

উইলিয়াম ব্লেকে কৈছিল : A dog starved at his master's gate predicts the ruin of the state.

আজি আমাৰ দুৱাৰে দুৱাৰে যিবোৰ জীৰ ভোকৰ জ্বালাত উন্মাদ হৈ ঘূৰি ফুৰিছে, সিহঁততো কুকুৰ নহয়, সিহঁত মানুহ। সিহঁতক নিশ্চিত মৃত্যুৰ গহ্বৰলৈ নিক্ষেপ কৰাৰ আগতে আমি যেন সিহঁতক মানুহ বুলি স্বীকাৰ কৰি লওঁ।

( ২১ মে, ১৯৭৫ চন )

# ।। ভাৰতীয় ভণ্ডামী ।।

অসম বিধানসভাৰ বিৰোধী দলৰ এজন সদস্যই যোৱা ১১ ফেব্রুৱাৰী তাৰিখে বিধান সভাত এখন অতি তাৎপৰ্যপূৰ্ণ বিল উত্থাপন কৰিবলৈ চেষ্টা কৰিছিল। বিলখনৰ উদ্দেশ্য আছিল বিধানসভাৰ সদস্যসকল যাতে নিজ নিজ উপাৰ্জনৰ উৎস আৰু সম্পত্তিৰ পৰিমাণ ৰাজহুৱা-ভাৱে ঘোষণা কৰিবলৈ বাধ্য হয় তাৰ কাৰণে আইনৰ ব্যৱস্থা কৰা। পাঠকসকলৰ মনত থাকিব পাৰে যে ৫ ফেব্রুৱাৰী সাপ্তাহিক নীলাচলত এই বিষয়ে এটা প্ৰবন্ধ প্ৰকাশিত হৈছিল, সেই প্ৰবন্ধত উল্লেখ কৰা হৈছিল যে জাপানৰ নতুন প্ৰধানমন্ত্ৰী 'টাকি-অ' মিকিয়ে কাৰ্যভাৰ লৈয়েই স্বেচ্ছাই নিজৰ সমস্ত সা-সম্পত্তিৰ তালিকা আৰু ব্যৱসায়িক লেনদেনৰ কথা ৰাজহুৱাভাৱে প্ৰকাশ কৰিছিল। ১৯৭২ চনত আমেৰিকা যুক্তৰাষ্ট্ৰত এনে এখন আইন গ্ৰহণ কৰা হৈছে যাৰ ফলত তাৰ কংগ্ৰেছৰ প্ৰত্যেকজন সদস্য আৰু ৰাষ্ট্ৰপতি আৰু উপৰাষ্ট্ৰপতি পদৰ প্ৰত্যেকজন প্ৰাৰ্থীয়ে নিজ নিজ সম্পত্তিৰ পৰিমাণ আৰু উপাৰ্জনৰ উৎস ঘোষণা কৰাটো বাধ্যতামূলক কৰা হৈছে। ব্ৰিটিছ পাৰ্লিয়ামেণ্টত আন এখন আইন প্ৰণয়ন কৰাৰ দিহা কৰা হৈছে যাৰ ফলত তাৰ পাৰ্লিয়ামেণ্টৰ সদস্যসকল নিজ নিজ সম্পত্তিৰ উপাৰ্জনৰ উৎস আৰু ব্যৱসায়িক লেন-দেনৰ বিৱৰণ ঘোষণা কৰিবলৈ বাধ্য হ'ব। অসম বিধান সভাৰ সদস্যজনে যদি এই প্ৰবন্ধটোৰ পৰাই তেওঁৰ বিলখন উত্থাপন কৰিবলৈ প্ৰেৰণা পাইছিল, তেন্তে তাত আচৰিত হবলগীয়া কথা একো নাই। কোৱা বাহুল্য মাথোন যে সদস্যজনে বিলখন উত্থাপন কৰিবলৈ প্ৰয়োজনীয় অনুমতি বা চৰকাৰ পক্ষৰ সমৰ্থন নাপালে তাত আচৰিত হবলগীয়া একো কথা নাই। বৰং অনুমতি পোৱা হলেহে সি নিশ্চয় এটা নাভূত নাশ্ৰুত আচৰিত হবলগীয়া কথা হ'লহেঁতেন। চৰকাৰৰ বহুতো কু বুদ্ধি থাকিব

পাৰে, কিন্তু হাতৰ কুঠাৰ ভৰিত মৰাৰ নিচিনা দুৰ্বুদ্ধি নিশ্চয় নাই। এজন ভূতপূৰ্ব কংগ্ৰেছ সভাপতি দামোধৰ সঞ্জীবায়াই এবাৰ কৈছিল যে, একো একোজন ডাল-দৰিদ্ৰ ভিক্ষাৰীয়ে কংগ্ৰেছী ৰাজত্বত মাত্ৰ কেইবছৰমান মন্ত্ৰী বা এম পি, এম-এল-এ হৈ থাকিয়ে ধন-কুবেৰ হোৱাৰ অংলেখ উদাহৰণ আছে। এম-এল-এ বা এম-পি সকলে যদি তেওঁলোকৰ উপাৰ্জনৰ উৎস ঘোষণা কৰিবলৈ আৰু তাক ৰাজহুৱাভাৱে পৰীক্ষা কৰাবলৈ ৰাজি হয়, তেন্তে এনেভাৱে ধন-কুবেৰ হোৱাৰ সুযোগ তেওঁলোকৰ থাকিবনে? চৰকাৰৰ পক্ষৰ পৰা আইন মন্ত্ৰীয়ে এই বিলখনত বিৰোধিতা কৰাত আমি আচৰিত হোৱা নাই। কিন্তু আচৰিত হৈছো, বা সঁচা কথা কবলৈ গ'লে অতিশয় কৌতুক অনুভৱ কৰিছো তেওঁ আগবঢ়োৱা যুক্তিতহে। আইন মন্ত্ৰীৰমতে, বিধানসভা বা সংসদলৈ নিৰ্বাচিত হোৱাৰ পিচত সদনৰ সদস্য হিচাপে শপত গ্ৰহণ কৰোতে সেই সময়ত ভগৱানৰ নামত সদস্যসকলে নিজক সকলো সন্দেহৰ ওপৰত বুলি ঘোষণা কৰিব লাগে। গতিকে এনে ধৰণৰ বিল অনাৰ কোনো প্ৰয়োজন নাই। অৰ্থাৎ ভগৱানৰ নামত প্ৰতিজ্ঞাবদ্ধ হোৱাৰ পিচত ৰাইজৰ প্ৰতিনিধি সকলে পাপ বা দুৰ্নীতিত লিপ্ত হোৱা কোনো প্ৰশ্নই উঠিব নোৱাৰে। ভাৰতীয় ভণ্ডামিৰ ইয়াতকৈ ডাঙৰ উদাহৰণ আন কিবা আছেনে? হিন্দু শাস্ত্ৰই পাপ ক্ষয়ৰ এটা অতি সহজ উপায় দি থৈছে। অজামিলৰ পুতেকৰ নাম আছিল নাৰায়ণ। মৃত্যু যন্ত্ৰণাত কাতৰ হৈ অজামিলে নাৰায়ণ নাৰায়ণ বুলি পুতেকক মতাৰ লগে লগেই ভগৱানৰ নাম স্মৰণ কৰা হৈ গ'ল। আৰু ফলত জীৱনৰ সমস্ত পাপ ক্ষয় হৈ তেওঁ বৈকুণ্ঠত প্ৰৱেশ কৰাৰ অনুমতি পত্ৰ লাভ কৰিলে। ভাৰতীয় সংবিধানেও (অন্তত অসমৰ আইন মন্ত্ৰীয়ে ব্যাখ্যা কৰাৰ দৰে) বিধান সভা বা সংসদৰ সদস্যসকল পাপমুক্ত কৰি ৰখাৰ এনে এটা সহজ উপায় উলিয়াইছে যে তেওঁলোকে যিহেতু ভগৱানৰ নামত শপত খাই নিজকে সকলো সন্দেহৰ ওপৰত ঘোষণা কৰে, গতিকে কোনো সন্দেহে তেওঁলোকক স্পৰ্শ কৰিব নোৱাৰে। ৰামকৃষ্ণ পৰমহংসই

শিষ্যসকলক উপদেশ দি কৈছিল, মুখেৰে যদি আইনা চোবাব খুজিছা তেন্তে প্ৰথমে আধা চোবাই লোৱা। অসমৰ আইন মন্ত্ৰীয়েও বোধহয় বিধানসভাৰ সদস্যসকলক কব খোজে পাপ বা দুৰ্নীতি যদি কৰিবই খুজিছা, তেন্তে প্ৰথমে ভগৱানৰ নামত শপত খাই নিজকে সমস্ত সন্দেহৰ উৰ্ধত বুলি ঘোষণা কৰি লোৱা। তাৰ পাচত সাতখুন মাফ্ যি খুছি তাকে কৰিব পাৰা। আইন মন্ত্ৰীৰ এই naivete কি ভাবে ব্যাখ্যা কৰা যায় সি আমাৰ কাৰণে এটা ডাঙৰ সমস্যা হৈ দেখা দিছে। তেওঁ কি কেতিয়াও শান্তনম কমিটিৰ প্ৰতিবেদন, এ, জি খুৰানিৰ, মিনিষ্টাৰ্চ মিচকণ্ডাকট্ সুৰেন্দ্ৰ নাথ দ্বিবেদিৰ, "পলিটিকেল কৰাপশ্যন ইন ইণ্ডিয়া," টয়ো জিন্‌কিনচ্, গুণাৰ মিৰ্দাল, ৰোনল্ট চেগাল্ আদি বিদেশী লিখকসকলৰ ভাৰত-সম্পৰ্কীয় বিখ্যাত গ্ৰন্থবোৰৰ নাম শুনা নাই? অসম বিধান সভাত উক্ত বিলখনৰ বিৰোধিতা কৰাৰ আগতে তেওঁ যদি এবাৰো এই কিতাপবোৰৰ পাত লুটিয়াই চালেহেঁতেন, তেতিয়াহলে তেওঁ জানিলেহেঁতেন যে ঈশ্বৰৰ নামত শপত খাই নিজকে সকলো সন্দেহৰ উৰ্ধত বুলি ঘোষণা কৰিয়েই মন্ত্ৰী বা এম-এল-এ সকলে প্ৰলোভন জয় কৰিব নোৱাৰে বা পাপৰ বিৰুদ্ধে ৰক্ষা কবচো লাভ কৰিব নোৱাৰে। ডাচ্ কমিচনৰ প্ৰতিবেদনৰ ফলত যি প্ৰতাপ সিং কাইৰোঁৰ চাকৰি গৈছিল, তেওঁ কি সদনত ভগৱানৰ নামত শপত খোৱা নাছিল? মাত্ৰ সৌ সিদিনা পশ্চিমবঙ্গত ওৱাৰ্চো কমিচনৰ প্ৰতিবেদনৰ ফলত যি দুজন মন্ত্ৰীৰ চাকৰি গৈছে তেওঁলোকে কি ভগৱানৰ নামত শপত খাই মন্ত্ৰী বা এম, এল, এ হোৱা নাছিল? টায়া জিন্‌কিমচে লিখি থৈ যোৱা নাইনে যে মধ্য প্ৰদেশৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ৰবিশঙ্কৰ শুক্লাই অধঃস্তন কেইবা পুৰুষৰ কাৰণে তিনি চাৰি কোটি টকা এৰি থৈ গৈছিল? তেওঁ কি ভগৱানৰ নামত শপত খাই মুখ্যমন্ত্ৰী হোৱা নাছিল? বিহাৰ আৰু উৰিষ্যাৰ মন্ত্ৰীসকলৰ বিৰুদ্ধে উচ্চ ক্ষমতা-সম্পন্ন তদন্ত কমিচনবোৰৰ ৰায় কি সেইবোৰৰ কথা কি অসমৰ আইনমন্ত্ৰীয়ে কেতিয়াও শুনা নাই? এনে তালিকা বঢ়াই গৈ থাকিলে এখন

মহাভাৰত হ'ব। সংপেক্ষে ইমানকে কলেই যথেষ্ট হব যে টিকা ললেই বসন্ত ৰোগ হব নোৱাৰাৰ দৰে সদনত ভগৱানৰ নামত শপত খাই পাপ কাম নকৰো বুলি ঘোষণা কৰিলেই যদি এম-এল-এ বা মন্ত্ৰীসকলে পাপ কামৰ পৰা নিবৃত্ত থাকিব বুলি অসমৰ আইনমন্ত্ৰীয়ে ভাবিছে, তেন্তে হয় তেওঁ নিজে মুৰ্খৰ স্বৰ্গত বাস কৰিছে অথবা জনসাধাৰণৰ বুদ্ধি-বৃত্তিক তেওঁ অপমান কৰিছে।

আটাইতকৈ হাঁহি উঠা কথা এয়েহে যে অসমৰ আইনমন্ত্ৰীয়ে ইউৰোপ, আমেৰিকাৰ ৰাজনীতিক সকলতকৈ ভাৰতীয় তথা অসমীয়া সকলক এবিধ উচ্চ স্তৰৰ জীৱ বুলি ভাবিছে। পৃথিৱীৰ সকলো দেশৰ গণপ্ৰতিনিধি সকলেই ভগৱান বা সংবিধান বা বিবেকৰ নামত শপত খাইহে নিজৰ দায়িত্ব গ্ৰহণ কৰে। কিন্তু সেইবুলি ইউৰোপ আমেৰিকাৰ গণপ্ৰতিনিধি সকলে কেতিয়াও এনে উদ্ভট দাবী কৰা নাই যে তেওঁলোকে যিহেতু ভগৱানৰ নামত প্ৰতিজ্ঞাবদ্ধ হৈ নিজকে সমস্ত সন্দেহৰ উৰ্ধত বুলি ঘোষণা কৰিছে। গতিকে তেওঁ-লোকক সন্দেহ কৰিবলৈ কাৰো একো অধিকাৰ নাই বা ৰাজহুৱা পৰীক্ষাৰ কাৰণে নিজৰ সম্পত্তিৰ হিচাপ দাখিল কৰিবলৈ তেওঁলোকৰ কোন প্ৰয়োজন নাই। যি "আধ্যাত্মিকতাবাদী ভাৰতৰ বেপাৰীয়ে মানুহৰ খাদ্যত বিষ মিহলি কৰিবলৈ কুণ্ঠাবোধ নকৰে। গাখীৰত পানী মিহলি নকৰাকৈ বিক্ৰী কৰাটো পাপবুলি ভাবে, যিখন দেশৰ ৰাজনীতিকে ৰাজহুৱা ক্ষমতা বা পদমৰ্যাদাক ব্যক্তিগত স্বাৰ্থসিদ্ধি আৰু স্বজন তোষণৰ উপায়ৰ বাহিৰে আন একো বুলি নাভাৱে, যিখন দেশৰ কোটি কোটি অজ্ঞ, নিৰক্ষৰ, কু-সংস্কাৰাছন্ন জনতাক নাকত ধৰি চাকত ঘূৰোৱাটো পৃথিৱীৰ ভিতৰত আটাতকৈ সহজ কাম, বহু শতাব্দীৰ দাৰিদ্ৰ্য আৰু শোষণৰ ফলত যিখন দেশত প্ৰাণ শক্তি প্ৰায় নোহোৱা হৈ গৈছে, যিখন দেশৰ মানুহে অন্যায়ৰ প্ৰতিবাদত বাঘৰ দৰে গৰ্জি নুঠে কেৱল বেমাৰী মেকুৰী পোৱালিৰ দৰে মিউ মিউ কৰে কেৱল তেনে এখন দেশৰ মন্ত্ৰীয়েহে দাবী কৰিব পাৰে যে তেওঁলোকে নিজে নিজকে সন্দেহৰ উৰ্ধত বুলি ঘোষণা

কৰিলে আন কাৰো সেই বিষয়ে প্ৰশ্ন কৰিবলৈ একো অধিকাৰ নাই। কাৰণ তেওঁলোকৰ চৰিত্ৰ, আদৰ্শবাদিতা আৰু আধ্যাত্মিকতাৰ পৃথিৱীত কোনো তুলনা নাই ; ভাৰতত কোনো ৰাজনৈতিক দুৰ্নীতি নাই। কাৰণ ভাৰতৰ এম-পি, এম, এল, এ মন্ত্ৰীয়ে ভগৱানৰ নামত শপত খাই ঘোষণা কৰি থৈছে যে তেওঁলোক কেতিয়াও দুৰ্নীতিত লিপ্ত নহয়। জয়তু ভাৰত—

( ১৯ ফে: ১৯৭৫ )

# ॥ এজন ৰাজনীতিকৰ মৃত্যু ॥

ললিত নাৰায়ণ মিশ্ৰৰ হত্যা-কাণ্ড সম্পৰ্কে যাৰ যিমান কথা কব বা লিখিব লগা আছিল, সেই আটাইখিনি বোধহয় কোৱা আৰু লিখা হৈ গ'ল। স্বাভাৱিকতেই তাৰে কিছুমান কথা আন্তৰিক আৰু অকৃত্ৰিম; বেছিভাগেই খুব সম্ভৱ লৌকিকতা আৰু শিষ্টাচাৰ প্ৰণোদিত। প্ৰথমটো প্ৰধানতঃ অনুভূতিৰ ব্যাপাৰ, দ্বিতীয়টো ভদ্ৰতা বা সৌজন্যৰ দাবী।

মিশ্ৰৰ হত্যা-কাণ্ড সম্পৰ্কে মোৰ নিজৰ প্ৰতিক্ৰিয়া কি? লগে লগে হোৱা প্ৰতিক্ৰিয়া নিশ্চয় বিস্ময়, দুঃখবোধ আৰু দুশ্চিন্তাৰ। বিস্ময়। কাৰণ বোমা-বিস্ফোৰণৰ (?) পিছত অহা বাতৰিত এনে ইংগিত নাছিল যে মিশ্ৰৰ মৃত্যু অনিবাৰ্য্য; বৰং তেওঁৰ আঘাত সামান্য বুলিয়েই এটা ধাৰণাৰ সৃষ্টি কৰা হৈছিল। দুঃখ-বোধ। কাৰণ প্ৰত্যেকটো মৃত্যু সংবাদেই দুঃখবহ। দুশ্চিন্তাৰ কাৰণ হ'ল দেশত ক্ৰমে ক্ৰমে বাঢ়ি অহা ৰাজনৈতিক হিংসাৰ বাতাবৰণ যাৰ লগত আদৰ্শিক বিপ্লৱী হিংসাৰ কোনো সম্পৰ্ক নাই।

প্ৰাথমিক স্বতঃস্ফূৰ্ত্ত প্ৰতিক্ৰিয়া শেষ হৈ যোৱাৰ পিছত এতিয়া আচল আৰু সুচিন্তিত প্ৰতিক্ৰিয়া প্ৰকাশ কৰাৰ সময় আহিছে। তাকে কৰিবলৈ হ'লে নিজকে প্ৰথমতে অনুভূতি আৰু সামাজিকতাৰ দায়ৰ পৰা মুক্ত কৰি লব লাগিব। এই প্ৰসংগতে মনত পৰিছে ভলটেয়ৰৰ এটা বিখ্যাত উক্তি: One owes respect to the living but to the dead one owes nothing but the truth,—অৰ্থাৎ জীৱিতৰ প্ৰতি শ্ৰদ্ধা জনোৱাটো আমাৰ কৰ্তব্য, কিন্তু মৃতকৰ ক্ষেত্ৰত সত্যৰ বাহিৰে আমাৰ আন একো দায় বা দায়িত্ব নাই। অৱশ্যে কথাষাৰ কোৱা যিমান সহজ কামত সিমান সহজ নহবও পাৰে। আৰ্ণল্ড টয়নবী এনে এটা সমস্যাৰ সন্মুখীন

হৈছিল। এজন মৃত ব্যক্তি সম্পৰ্কে সকলো কথা খুলি কোৱাৰ পৰা বিৰত থাকি তাৰ যুক্তি দৰ্শাই তেওঁ কৈছিল—"তেওঁৰ বিষয়ে মই কিছুমান কথা আলোচনা নকৰাৰ কাৰণ হ'ল এয়েই যে সেইবোৰ কথা সকলো সময়তে 'pietas' সহকাৰে আলোচনা কৰিব নোৱাৰিম বুলি মই অনুভৱ কৰিলোঁ। এই অতিশয় অৰ্থব্যঞ্জক লাটিন শব্দটোৰ যথাৰ্থ প্ৰতিশব্দ ইংৰাজী ভাষাত নাই। কিন্তু শব্দটোৱে যি অনুভূতি প্ৰকাশ কৰে, তাৰ লগত বেছি ভাগ মানুহেই পৰিচিত। বেছিভাগ মানুহৰ অভিজ্ঞতাতে এনে কিছুমান ব্যক্তি থাকে যি-সকলক তেওঁলোকে খুব বেছি ভাল পায় বা শ্ৰদ্ধা কৰে। জীৱিত অৱস্থাত এইসকল লোকক আঘাত দিবলৈ মানুহে ভাল নাপায়; মৃত্যুৰ পিছত তেওঁলোকৰ খ্যাতিত কলংকৰ দাগ লগাবলৈকো মানুহে সংকোচ কৰে।

সঁচা কথা কবলৈ গ'লে ললিত নাৰায়ণ মিশ্ৰ নিশ্চয় এনে এজন মানুহ আছিল নে নাছিল সেই কথা সৰ্ব-সাধাৰণ ৰাইজে নাজানে। তেওঁৰ ঘনিষ্ঠ বন্ধু, সহকৰ্মী আৰু অনুগৃহীত লোক-সকলৰ বাহিৰে আন কোনো মানুহেই তেওঁৰ মৃত্যুৰ বাতৰি শুনি আন্তৰিকভাৱে হাঁয় হাঁয় কৰি উঠিছিল বুলি মই নাভাৱো। মিশ্ৰৰ মৃত্যুৰ বাতৰি শুনি মোৰ এজন ধীমান্ আৰু অনুভূতিশীল বন্ধুৰ মনত হোৱা প্ৰতিক্ৰিয়া এইখিনিতে বিশেষভাৱে উল্লেখযোগ্য। তেওঁ মোক কৈছিল "ভাৰতত মানুহৰ জীৱন অতি মূল্যহীন।" অহৰহ আমি মৃত্যুৰ ছাঁয়াত বাস কৰো, কোটি কোটি মানুহৰ মৰ্মন্তুদ অপমৃত্যু আমি সকলো সময়তে চকুৰ আগতে দেখি থাকো, এই সকলো মানুহেই এক ভয়ংকৰ সামাজিক হিংসাৰ বলী। এই কোটি কোটি মানুহৰ তিল তিল মৃত্যু-যন্ত্ৰণাই ললিত নাৰায়ণ মিশ্ৰৰ নিচিনা মানুহক বিচলিত কৰেনে? তাৰ কোনো প্ৰমাণ আমি দেখা নাই। তেনেহ'লে ধুবুৰীৰ দুৰ্ভিক্ষত কুকুৰ-মেকুৰীৰ দৰে মৰা শ-শ শিশুৰ করুণ মৃত্যুতকৈ এক ললিত নাৰায়ণ মিশ্ৰৰ মৃত্যুত আমি কিয় বেছি বিচলিত হ'ব লাগে? নেতা বা ৰাজহুৱা ব্যক্তিৰ মৃত্যু বা হত্যাত আমি বিচলিত

হওঁ কেৱল তেতিয়া, যেতিয়া আমি দেখো যে সেই নেতা জনতাৰ আশা-আকাংক্ষাৰ প্ৰতীক, জনতাৰ সুখ-দুখৰ লগত তেওঁ একাত্ম। যি নেতা কেৱল ক্ষমতাৰ প্ৰতীক, তেওঁৰ মৃত্যু বা হত্যাই আমাৰ হৃদয় স্পৰ্শ নকৰে। গান্ধীজীৰ হত্যাকাণ্ডৰ খবৰ শুনি মোৰ মূৰৰ ওপৰত আকাশ ভাগি পৰিছিল, অনুভৱ কৰিছিলো যে মই হঠাতে পিতৃ-হীন হৈ পৰিলোঁ। আনকি কেনেডীৰ হত্যা কাণ্ডৰ খবৰ শুনিও মোৰ চকু নিজে নিজে অশ্ৰু-সজল হৈ পৰিছিল, ডিঙিত শোকে খুন্দা মাৰি ধৰিছিল। কিন্তু প্ৰতাপ সিং কাইৰোঁৰ হত্যাই মোৰ মনত কোনো বিষাদৰ অনুভূতি জগাই তুলিব নোৱাৰিলে। মোৰ মনত প্ৰতাপ সিং কাইৰোঁ আছিল সুদূৰ আৰু অপৰিচিত জগতৰ মানুহ—ক্ষমতাৰ প্ৰতিযোগিতা আৰু ৰাজনৈতিক ষড়যন্ত্ৰৰ যিখন অন্ধকাৰ জগতৰ একমাত্ৰ নিয়ামক নীতি হ'ল মৎস্য-ন্যায়। "নীলাচল"তেই এবাৰ বোধহয় পঢ়িছিলো যে, The free man is he who does not fear to go to the end of his thoughts,—সেই কথাষাৰৰ পৰাই সাহস গোটাই মই কব খোজো—প্ৰতাপ সিং কাইৰোঁৰ হত্যাৰ খবৰ শুনি মোৰ মনত যি প্ৰতিক্ৰিয়া হৈছিল, সেই একে প্ৰতিক্ৰিয়াই হ'ল ললিত নাৰায়ণ মিশ্ৰৰ হত্যাৰ খবৰ শুনিও।"

মোৰ শিক্ষিত বন্ধুজনে তেওঁৰ যি প্ৰতিক্ৰিয়া ভাল ভাষাত সজাই-পৰাই কব পাৰিছে, সেই একে প্ৰতিক্ৰিয়াই নিশ্চয় হৈছে কোটি কোটি সাধাৰণ জনতাৰ মনতো। পাৰ্থক্য কেৱল এয়েই যে তেওঁলোকৰ সেই প্ৰতিক্ৰিয়া ভাষাহীন। অশোভন আৰু ৰূঢ় যেন লাগিলেও এই নিৰ্মম সত্যটো এই কাৰণেই প্ৰকাশ কৰিব লগা হ'ল যে ভাৰতৰ বৰ্তমান নেতাবৃন্দই নিজকে জনতাৰ পৰা কিমান দূৰলৈ আঁতৰাই নিছে, সেই কথাটো তেওঁলোকে জনা দৰকাৰ।

* * * *

এই ৰূঢ় সত্য ভাষণৰ এনেকুৱা অৰ্থ কৰা উচিত নহয় যে মোৰ উল্লেখিত বন্ধুজন বা অনুল্লেখিত তেনেকুৱা হাজাৰ হাজাৰ লাখ লাখ

মানুহ মিশ্ৰৰ হত্যাত আনন্দিত। আচলতে তেওঁলোক নিৰ্বিকাৰ। প্ৰতিদিনে দেখি অহা কোটি কোটি মানুহৰ মন্থৰ কিন্তু মৰ্মন্তুদ অপ-মৃত্যুৱে মৃত্যুৰ প্ৰতি তেওঁলোকক উদাসীন কৰি তুলিছে। জীৱন যেতিয়া সুন্দৰ হয়, কেৱল তেতিয়াহে নিজৰ বা আনৰ মৃত্যু আতংক-জনক হব পাৰে। ভাৰতবৰ্ষত বেছিভাগ মানুহৰ কাৰণেই জীৱন এটা অন্তহীন দুঃস্বপ্ন।

কিন্তু এইটো হ'ল ব্যক্তিগত অনুভূতিৰ ব্যাপাৰ। সামাজিক অৰ্থত মিশ্ৰৰ হত্যা-কাণ্ড এটা জঘন্য নিন্দনীয় ঘটনা আৰু ই দেশৰ ৰাজনৈতিক জীৱন ৰোগগ্ৰস্ত হৈ পৰাৰ নিৰ্ভুল লক্ষণ। পুলিচ বা চোৰাংচোৱাৰ হাতত সেই ৰোগৰ নিদান নাই, তাৰ কাৰণে প্ৰয়োজন হব প্ৰধানমন্ত্ৰীৰ পৰা আৰম্ভ কৰি সৰু বৰ চৰকাৰী বিৰোধী সকলো নেতাৰ আত্মসমালোচনা। এতিয়ালৈকে তাৰ কোনো লক্ষণ চকুত পৰা নাই। প্ৰত্যেকেই পাৰস্পৰিক অভিযোগত ব্যস্ত।

সম্প্ৰতে সেই প্ৰসংগ এৰি আন এটা সৰু কথা উল্লেখ কৰিব খোজোঁ। মিশ্ৰৰ মৃত্যুৰ পিছত বাতৰি কাকতত তেওঁৰ বিষয়ে যিবোৰ কথা লিখা হৈছে, তাৰ পৰা দেখা গৈছে যে মিশ্ৰই ধৰ্ম, দেৱ-দেৱী, পূজা-পাতল আৰু মন্ত্ৰ-শক্তিত খুব বিশ্বাস কৰিছিল। গ্ৰহ-দোষ খণ্ডাবৰ কাৰণে তেওঁ হাতৰ আটাইকেইটা আঙুলিতে মন্ত্ৰ-পূত আঙুঠি পৰিধান কৰিছিল। দেৱতাৰ আশীৰ্বাদ বিচাৰি তেওঁ মন্দিৰে মন্দিৰে পূজা-পাতল দি ফুৰিছিল। অৰ্থাৎ সংক্ষেপে কবলৈ গ'লে তেওঁ মানুহৰ ভাগ্যত এটা অতি-প্ৰাকৃতিক শক্তিৰ হস্তক্ষেপত বিশ্বাস কৰিছিল।

এনে এজন মানুহ কেনেকৈ কংগ্ৰেছৰ মাজত (সোঁ-পন্থী) কমিউনিষ্ট সকলৰ আটাইতকৈ ডাঙৰ বন্ধু হৈ উঠিছিল, সেই কথা চিন্তা কৰিলে বিস্মিত নহৈ নোৱাৰি। কাৰণ মানুহৰ ভাগ্যত অতি প্ৰাকৃতিক শক্তিৰ হস্তক্ষেপত বিশ্বাস কৰাৰ অৰ্থই হ'ল বস্তুবাদী মাৰ্ক্সীয় দৰ্শন আৰু ইতিহাসৰ বস্তুবাদী ব্যাখ্যাৰে সম্পূৰ্ণ অস্বীকৃতি। নিজৰ বিশ্বাসৰ লগত আপোচ নকৰাকৈ কোনো খাটি মাৰ্ক্স-বাদীৰ পক্ষেই মিশ্ৰৰ নিচিনা মানুহক প্ৰগতিশীল বুলি গ্ৰহণ কৰা সম্ভৱ নহয়।

কিন্তু অন্ততঃ সোঁ-পন্থী কমিউনিষ্টসকলে সেইটো কৰিছে। অৱশ্যে মই তাত নিজে আচৰিত হোৱা নাই। মই নিজে অসমৰ এনে এজন অগ্ৰগণ্য কমিউনিষ্ট নেতাৰ কথা জানো যিজনে সভা-সমিতিত দ্বন্দাত্মক বস্তুবাদৰ কথা কয় আৰু ঘৰত সত্যনাৰায়ণ পূজা পাতে, কামাখ্যাতো গৈ পূজা দিয়ে। বহুদিনৰ আগতে বাংলা বাতৰি কাকত 'যুগান্তৰ'ত এখন চিঠি পঢ়িছিলো। তাত অভিযোগ কৰা হৈছিল যে বিখ্যাত মাৰ্ক্সবাদী নেতা মুজফ্ফৰ আহম্মেদে সপ্তাহে প্ৰতি শুক্ৰবাৰে কলিকতাৰ জাকাৰিয়া ষ্ট্ৰীটৰ এটা মছ্জিদত নামাজ পঢ়িছিল। দাচ্ কেপিটেল আৰু কোৰাণ বা কাৰ্লমাৰ্ক্স আৰু কামাখ্যা। এনেভাৱে দুখন নাৱত দুভৰি হোৱাৰ কাৰণেই বোধহয় ভাৰতীয় কমিউনিষ্টসকলে বিপ্লৱৰ পথত দ্ৰুতগতিৰে আগবাঢ়িব পৰা নাই।" ভাৰতবৰ্ষত সকলো কথাই গজাখিচুৰিত পৰিণত হয়। কি বিচিত্ৰ এই দেশ, চেল্যুকচ্।

(২২ জানুৱাৰী ১৯৭৫)

# ৰাজনীতিক আৰু সাংবাদিক ।।

সাংবাদিকৰ দায়িত্ব বা কৰ্তব্য সম্পৰ্কে ভাৰতীয় ৰাজনীতিকসকলৰ এটা অদ্ভুত ধাৰণা আছে। মুখত তেওঁলোকে যিহকেই নকওঁক, কামত তেওঁলোকে সাংবাদিকসকলক সদায় চাটুকাৰ বা তোষামোদকাৰী হিচাপে পাবলৈ বিচাৰে। ঘটনাক্ৰমে যদি কোনো সাংবাদিকে কোনো ৰাজনৈতিক দলক বা নেতাক সমৰ্থন কৰে তেতিয়াই সেই সাংবাদিকক তেওঁলোকে মূৰত তুলি নচুৱায়। কিন্তু অনিবাৰ্য্য কাৰণবশতঃ বা সত্যভাষণৰ খাটিৰত সাংবাদিকে যদি সেই একেটা ৰাজনৈতিক দলৰ বা নেতাৰ কাৰ্যাৱলীৰ বিৰূপ সমালোচনা কৰিব লগা হয়, তেতিয়া সেই সাংবাদিকৰ সমালোচনাৰ অন্তৰালত নানা মতলব আৰু দুৰভিসন্ধি আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰা হয়। কোনোবা সাংবাদিকে যে নিঃস্বাৰ্থভাৱে বা জনতাৰ বৃহত্তৰ কল্যাণৰ কথা চিন্তা কৰি প্ৰকৃত সত্যক উদ্‌ঘাটিত আৰু ব্যক্ত কৰিবলৈ চেষ্টা কৰিব পাৰে আৰু তাকে কৰিবলৈ গৈ ক্ষমতাবানৰ প্ৰতিশোধপৰায়ণতাৰ বলি হবলৈ সাহস কৰিব পাৰে, সেই কথা সৰ্বসাধাৰণ ভাৰতীয় ৰাজনীতিকে কল্পনাই কৰিব নোৱাৰে। মানুহে কথাতে কয়, আপোনাৰ মন যেনে, জগতকো দেখে তেনে। সাংবাদিকে প্ৰকাশ কৰা অপ্ৰিয় সত্যৰ অন্তৰালত নানা দুৰভিসন্ধি আৰু স্বাৰ্থবুদ্ধি আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰি কোনো কোনো ৰাজনৈতিকে কেৱল নিজৰ অপৰাধবোধ আৰু কলুষিত মনৰহে পৰিচয় দিয়ে। অৱশ্যে ইমানখিনি কথা কোৱাৰ অৰ্থ এই নহয় যে প্ৰত্যেকজন সাংবাদিকেই সত্যসন্ধানী দেৱদূত আৰু প্ৰত্যেকজন ৰাজনীতিকেই মতলববাজ চয়তান। এনে বহুতো বাতৰি কাকত বা সাংবাদিক নিশ্চয় আছে, যিসকলে সাংবাদিকতাৰ নামত প্ৰকৃততে বেশ্যা-বৃত্তি কৰে আৰু প্ৰগতি আৰু প্ৰতিক্ৰিয়াৰ মাজত হোৱা যুদ্ধত প্ৰতিক্ৰিয়াৰ পক্ষ লৈ সমাজৰ

শত্ৰুতাচৰণ কৰে। এনেকুৱা সাংবাদিকৰ স্বৰূপ উন্মোচন কৰি দেখুওৱাটো কেৱল ৰাজনীতিকৰে নহয়, সকলো শুভবুদ্ধিসম্পন্ন মানুহৰেই অপৰিহাৰ্য্য কৰ্তব্য। কিন্তু, উইলিয়াম ব্লেকৰ ভাষাতে—To generalise is to be an idiot।

কেৱল ৰাজনীতিকৰ মুখ-নিঃসৃত বাণীয়েই সত্য নহয়; প্ৰকৃত সত্যক আৱিষ্কাৰ 'কৰিবলৈ কেতিয়াবা অতি দুৰ্গম আৰু বিপদ-সংকুল পথ অতিক্ৰম কৰিব লগা হয়, এইটোও ঠিক যে সত্য সদায় নিৰ্মম। ৰাজনীতিকক ক্ষমতাৰ আসনত নিৰাপদে অধিষ্ঠিত কৰি ৰখাই একমাত্ৰ উদ্দেশ্য নহয়, পথ-ভ্ৰান্তি বা আদৰ্শৰ সমলনত বাধা দিয়াটোহে সত্যৰ প্ৰকৃত উদ্দেশ্য। অপ্ৰিয় সত্য কবলৈ গৈ যেতিয়া এড্‌মণ্ড বাৰ্কে প্ৰতিপক্ষৰ ৰঙা চকুৰ সম্মুখীন হব লগা হৈছিল, তেতিয়া তেওঁ কৈছিল্‌ঃ যি আমাৰ লগত যুঁজ কৰে, তেওঁ আমাৰ স্নায়ু-তন্ত্ৰক সবল কৰি তোলে আমাৰ বুদ্ধিক শান দি চোকা কৰি তোলে। আমাৰ সমালোচক সকলেই আমাৰ প্ৰকৃত সহায়কাৰী। সজ উদ্দেশ্য-প্ৰণোদিত অপ্ৰিয় সমালোচনাকো ৰাজনীতিকসকলে এই মনোভাৱেৰে গ্ৰহণ কৰা উচিত। যিসকল ৰাজনীতিকে কেৱল প্ৰশংসা আৰু সমৰ্থনৰ কাৰণে লালায়িত আৰু যিসকলে সাংবাদিকৰ প্ৰত্যেকটো উক্তিৰ মাজতে কেৱল স্বাৰ্থবুদ্ধি বা দুৰভিসন্ধি আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰে, তেওঁলোকে আচলতে নিজৰ দুৰ্বলতাৰহে পৰিচয় দিয়ে।

এই কথা ঠিক যে সাংবাদিকসকল সত্য-সন্ধানৰ নামত কেৱল নিলিপ্ত ভাষ্যকাৰ হৈ থাকিব নোৱাৰে; প্ৰগতি আৰু প্ৰতিক্ৰিয়াৰ মাজত হোৱা যুদ্ধত তেওঁলোকে প্ৰগতিৰ পক্ষত সমান অংশীদাৰ হব লাগিব। কিন্তু তথাপিতো, অন্ততে এজন প্ৰবীণ ভাৰতীয় সাংবাদিকে কোৱাৰ দৰে ক্ষমতাৰ সদ্ব্যৱহাৰ কৰিবলৈ মতান্তৰৰ কণ্ঠস্বৰ কঢ়িয়াই লৈ যোৱা আৰু জনতাৰ নিৰ্বাচিত শাসকসকলৰ বিৰুদ্ধে সৰ্বসাধাৰণ ৰাইজৰ অভিযোগ আৰু অসন্তুষ্টিবোধ প্ৰকাশ কৰাটোৱেই হ'ল বাতৰি কাকতৰ প্ৰধান কৰ্তব্য। এই সুবিধা আৰু এই স্বাধীনতা খিনিয়েই গণতন্ত্ৰৰ আটাইতকৈ ডাঙৰ পুৰস্কাৰ।

সত্য সন্ধানী সাংবাদিকৰ পথ কেতিয়াও কুসুমাস্তীৰ্ণ নহয়। যি-সকল সাংবাদিকে সত্য, আৰু আদৰ্শৰ জয়তকৈ ক্ষমতাৱান ৰাজনীতিকৰ স্নেহ-দৃষ্টিক বেছি মূল্য দিব খোজে তেওঁলোকে প্ৰবীণ সাংবাদিক আৰ্থাৰ ক্ৰোকৰ এষাৰ উপদেশ মনত ৰাখি চলিলে ভাল হয়। ৰাজ-নীতিক সকলেও এই উপদেশফাঁকিৰ মৰ্মাৰ্থ হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰা উচিত। আৰ্থাৰ ক্ৰোকে তেওঁৰ আত্মজীৱনীত লিখিছিলঃ ৰাজনীতিকৰ বন্ধুত্ব লাভৰ কাৰণে যি মূল্য দিব লগা হয় কোনো আত্ম-সন্মান জ্ঞান থকা সাংবাদিকেই সেই মূল্য দিব নোৱাৰে। সাংবাদিকৰ কৰ্তব্য আৰু ৰাজনীতিকৰ ৰাজহুৱা স্বাৰ্থৰ মাজত দুলংঘ্য ব্যৱধান বিৰাজমান। বৃত্তিজীৱী সাংবাদিকৰ একমাত্ৰ ৰক্ষা-কবচ হ'ল বস্তুনিষ্ঠতা।

আমাৰ যোৱা সংখ্যা কাকতত এগৰাকী পত্ৰ-লিখিকাই অভি-যোগ কৰিছে যে আমি বোলে প্ৰশাসনৰ বা ৰাজনৈতিক জীৱনৰ কেৱল বেয়া কথাবোৰ আৰু ব্যৰ্থতাখিনিহে ঢাক-ঢোল পিটি প্ৰচাৰ কৰোঁ, সেই অনুপাতে সামাজিক আৰু ৰাষ্ট্ৰীয় কৰ্মোদ্যমৰ ৰূপালী ৰেখাবোৰ প্ৰকাশ কৰি দেখুৱাওঁ। একে আষাৰেই স্বীকাৰ কৰি লোৱা ভাল যে অভিযোগটো বহু পৰিমাণে সঁচা। কিন্তু আমি তেনে কৰাৰ সপক্ষে যুক্তিও নোহোৱা নহয়। প্ৰথম কথা হ'ল—এজন প্ৰাপ্তবয়স্ক শিক্ষিত আৰু দায়িত্বশীল নাগৰিকে যদি নিজৰকৰ্তব্যখিনি যথাযথভাৱে পালন কৰে, তেওঁ কেতিয়াও চুৰ নকৰে, মিছা কথা নকয়, নাৰী-ধৰ্ষণ নকৰে, তেন্তে সি কেতিয়াও সংবাদ হব নোৱাৰে; কাৰণ তেওঁৰ ক্ষেত্ৰত এই সজ আচৰণ আৰু কৰ্তব্যনিষ্ঠাখিনিয়েই অতি স্বাভাৱিক আৰু প্ৰত্যাশিত। ৰাজহুৱা নেতা আৰু প্ৰশাসকসকলৰ ক্ষেত্ৰতো সেই একে কথাই প্ৰযোজ্য। ৰাইজে তেওঁলোকৰ ওপৰত যিবোৰ দায়িত্ব ন্যস্ত কৰিছে সেই দায়িত্ববোৰ যথাযথ ভাৱে পালন কৰাৰ বিৱৰণ কেতিয়াও সংবাদ বুলি পৰিগণিত হব নোৱাৰে বা হোৱা উচিত নহয়। তদুপৰি নিজৰ ভাল কথা বা ভাল কামৰ মানুহে নিজে নিজেই প্ৰচাৰ কৰে, তাৰ কাৰণে আনৰ প্ৰচাৰযন্ত্ৰ ধাৰ কৰাৰ কোনো প্ৰয়োজন

নাই। মানুহে গোপন কৰিবলৈ চেষ্টা কৰে কেৱল নিজৰ বেয়া কামবোৰ। এই গোপন কু-কাৰ্য্যবোৰ লোক-দৃষ্টিৰ সমুখত উদ্‌ঘাটিত কৰি দি সমাজৰ নেতা আৰু প্ৰশাসকসকলক বিপথে যোৱাৰপৰা বাধা দি ৰখাই হ'ল বাতৰি কাকতৰ প্ৰধান কৰ্তব্য। আধুনিক সাংবাদিকতাৰ পুৰোধাস্বৰূপ যোচেফ্ পুলিৎজাৰে কৈছিল ; আমি এখন গণতান্ত্ৰিক ৰাষ্ট্ৰ আৰু গণতন্ত্ৰত সমগ্ৰ জাতিৰ আচৰণ সজ পথত ৰখাৰ কেৱল এটাই মাত্ৰ উপায় আছেঃ আৰু সেইটো হৈছে সমগ্ৰ ঘটনা প্ৰবাহ সম্পৰ্কে জনসাধাৰণক অবহিত কৰি ৰখা। গোপনতাক আশ্ৰয় কৰিয়েই সমাজৰ প্ৰত্যেকটো অপৰাধ, প্ৰত্যেকটো আইন-বিৰোধীকাৰ্য-কলাপ, প্ৰত্যেকটো পাপ জীয়াই থাকে। এই সকলোবোৰ প্ৰকাশ কৰি দিয়া, বৰ্ণনা কৰি দিয়া, সেইবোৰক আক্ৰমণ কৰা, বাতৰি কাকতত সেইবোৰক সমালোচনা কৰি থকা-সৰকা কৰি দিয়া, দেখিবা যে এদিন আগত বা এদিন পিচত জনমতৰ কোবাল ঢৌৱে সেইবোৰ ধুই-পখালি উটুৱাই লৈ যাব। লৰ্ড অষ্টনেও প্ৰায় একে কথাই কৈছিল, 'গোপন কৰি ৰখা প্ৰত্যেকটো কথাই সমাজখনক ভিতৰে ভিতৰে পঁচাই পেলায় ; যিবোৰ কথাই ৰাজহুৱা আলোচনা আৰু প্ৰচাৰ সহ্য কৰিব নোৱাৰে, সেই আটাইবোৰ কথা সমাজৰ কাৰণে বিপজ্জনক।'

মুঠ কথা এয়েই যে, ভাল কথা আৰু ভাল কাম সূৰ্য্যৰ পোহৰৰ দৰেই স্বপ্ৰকাশ ; তাক ঢাক-ঢোল পিটি প্ৰচাৰ কৰিবৰ কাৰণে বাতৰি কাকত বা অন্য কোনো প্ৰচাৰ যন্ত্ৰৰ সহায়ৰ দৰকাৰ নাই। কিন্তু বেয়া কামবোৰে বিষাক্ত সাপৰ দৰে আন্ধাৰ গাঁতত আত্ম-গোপন কৰি সোমাই থাকে আৰু সকলোৰে কাৰণে বিপদৰ স্থায়ী উৎসত পৰিণত হয়। গাঁত খান্দি সেই বিষাক্ত সাপক বিচাৰি উলিয়াই তাক নিৰ্মূল কৰাটো বাতৰি কাকতৰ এটা প্ৰধান কৰ্তব্য।

বাতৰি কাকতৰ সদৰ্থক কথাবোৰ বা উপৰোক্ত পত্ৰ লিখিকাৰ ভাষাতে 'ৰূপালী ৰেখাবোৰ' প্ৰকাশ নেপোৱাৰ দ্বিতীয় প্ৰধান কাৰণ হ'ল এয়েই যে, পাঠকে সেইবোৰ পঢ়িবলৈ নিবিচাৰে। কেইবছৰ মানৰ আগতে আমেৰিকা যুক্ত-ৰাষ্ট্ৰত কেইজন মান মানুহে

লগলাগি এখন নতুন ধৰণৰ বাতৰি কাকত প্ৰকাশ কৰিছিল। তেওঁলোকে ঠিক কৰিছিল যে এই বাতৰি কাকতত তেওঁলোকে এটাও নেতিবাচক বা বিৰূপ সমালোচনামূলক কথা প্ৰকাশ নকৰি কেৱল সমাজৰ ভাল কথা আৰু ভাল কামবোৰৰ বিষয়ে প্ৰশংসাসূচক বাতৰি প্ৰকাশ কৰিব। বহু টকা খৰচ কৰি অতি আকৰ্ষণীয়ভাৱে উলিওৱা এই বাতৰি কাকতখন মাত্ৰ দুটা নে তিনটা সংখ্যা ওলোৱাৰ পিচতেই বন্ধ হৈ গ'ল। দেখা গ'ল যে জন-সাধাৰণে বাতৰি কাকতক watch dog বা প্ৰহৰী-কুকুৰ হিচাপে পাবলৈ বিচাৰে moral booster বৈতালিক হিচাপে নহয়।

( ৬ চেপ্তেম্বৰ ১৯৭২ )

## ॥ বেলেট্ এপাত শক্তিশালী অস্ত্র ॥

পিয়েৰ প্ৰুধোঁই কৈছিল: "Universal suffrage means revolution অৰ্থাৎ সাৰ্বজনীন ভোটাধিকাৰৰ অৰ্থই হ'ল বিপ্লৱ। সমাজত দৰিদ্ৰ আৰু শোষিত মানুহৰ সংখ্যাই বেছি। গণতন্ত্ৰৰ মূল কথা হ'ল সংখ্যা গৰিষ্ঠৰ শাসনাধিকাৰ। সমাজৰ সকলো প্ৰাপ্তবয়স্ক মানুহে যেতিয়া ভোট দিয়াৰ অধিকাৰ পায় আৰু সেই অধিকাৰৰ দ্বাৰা নিজৰ পচন্দ মতে শাসন ব্যৱস্থাক গঢ় দিবলৈ সুযোগ পায়, তেতিয়া স্বাভাৱিকতেই আশা কৰা হয় যে সমাজৰ সংখ্যা-গৰিষ্ঠ দৰিদ্ৰ আৰু শোষিত লোকসকলে এনে এটা শাসন ব্যৱস্থা বাছি লব যি ব্যৱস্থাই তেওঁলোকক অৰ্থনৈতিক শোষণৰ পৰা মুক্ত কৰি তেওঁলোকৰ কাৰণে এটা নতুন সুখী আৰু সমৃদ্ধ জীৱনৰ পথ মুকলি কৰি দিব।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰা মুহূৰ্তৰপৰাই এই দেশতে সাৰ্বজনীন ভোটাধিকাৰৰ ভেটিত প্ৰতিষ্ঠিত গণতান্ত্ৰিক শাসন-ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছে। তাৰ পিচৰপৰা সুদীৰ্ঘ পঁচিশটা বছৰ আৰু চাৰিটা সাধাৰণ নিৰ্বাচন পাৰ হৈ গৈছে। ওপৰে ওপৰে চালে দেখা যাব যে এই দেশত গণতান্ত্ৰিক পৰীক্ষা সম্পূৰ্ণৰূপে কৃতকাৰ্য্য হৈছে। ৫৫ কোটি মানুহৰ এই বিশাল দেশত চাৰিটাকৈ সাধাৰণ নিৰ্বাচন অতি শান্তিপূৰ্ণভাৱে আৰু সুকলমে অনুষ্ঠিত হৈছে। ৰাজনৈতিক সুস্থিৰতা বিৰাজ কৰিছে, এই দেশৰ প্ৰতিবেশী প্ৰায়বোৰ ৰাষ্ট্ৰতে গণতন্ত্ৰৰ সৌধ তাছৰ ঘৰৰ দৰে ভাগি পৰা সত্বেও ভাৰতবৰ্ষত সি দিনে দিনে দৃঢ়তৰ হোৱাৰ লক্ষণ দেখা গৈছে। এই সকলোবোৰ সঁচা কথা। কিন্তু লগে লগে এই কথাও সঁচা যে ভাৰতবৰ্ষত সুদীৰ্ঘ ২৫ বছৰ ধৰি গণতান্ত্ৰিক শাসন ব্যৱস্থা চলি থকা সত্বেও এই শাসন ব্যৱস্থাই সমাজৰ শতকৰা নবৈজন দৰিদ্ৰ আৰু শোষিত মানুহৰ মঙ্গল সাধন কৰাৰ পৰিবৰ্তে শতকৰা দহজন ভাগ্যবান আৰু সুবিধাভোগী

মানুহকহে বেছি উপকাৰ কৰা দেখা গৈছে। ভাৰতবৰ্ষত যে ধনী-সকল আগতকৈ বেছি ধনী হৈছে আৰু দুখীয়াসকল আগতকৈ বেছি দুখীয়া হৈছে—সি কেৱল ভিত্তিহীন অভিযোগ বা উদ্দেশ্য প্ৰণোদিত ৰাজনৈতিক প্ৰচাৰ নহয়। তথ্য-পাতিৰ দ্বাৰা সি নিৰ্ভুলভাৱে প্ৰমাণিত হৈছে। গান্ধীৰ পৰা আৰম্ভ কৰি সকলো ভাৰতীয় ৰাষ্ট্ৰ-নেতাই আশা কৰিছিল যে সাৰ্বজনীন ভোটাধিকাৰৰ ওপৰত প্ৰতিষ্ঠিত গণতান্ত্ৰিক শাসন ব্যৱস্থা প্ৰৱৰ্তন হোৱাৰ লগে লগে ধনী দুখীয়াৰ মাজত থকা বিৰাট আৰ্থিক ব্যৱধান একে দিনাই দূৰীভূত নহলেও ক্ৰমে ক্ৰমে ই হ্ৰাস পাব আৰু সামাজিক ন্যায় প্ৰতিষ্ঠাৰ পথ সুগম হ'ব। কিন্তু তেওঁলোকৰ সেই আশা প্ৰায় ব্যৰ্থ হৈছে। এনে অৱস্থাত স্বাভাৱিকতেই মনত এটা প্ৰশ্নৰ উদয় হয়ঃ দেশত সংখ্যা-গৰিষ্ঠৰ শাসন অৰ্থাৎ দৰিদ্ৰ আৰু শোষিতৰ শাসন প্ৰৱৰ্তিত হোৱা সত্ত্বেও মুষ্টিমেয় এক শ্ৰেণীৰ মানুহৰদ্বাৰা সংখ্যা-গৰিষ্ঠ জনতাৰ ওপৰত চলা নিৰ্মম অৰ্থনৈতিক শোষণৰ অন্ত পৰা নাই কিয়? গোপন ভোটৰ দ্বাৰাই নিজৰ পচন্দ মতে চৰকাৰ বাছি লবলৈ সুবিধা পোৱা সত্ত্বেও তেওঁলোকে যোৱা পঁচিশ বছৰে এনেকুৱা এটা চৰকাৰহে বাছি লৈছেনে—যি চৰকাৰে শোষণৰ অন্ত পেলোৱাৰ পৰিবৰ্তে সেই শোষণ-ব্যৱস্থা অব্যাহত ৰখাতহে সহায় কৰে? অথবা গণতান্ত্ৰিক শাসন-ব্যৱস্থাতেই এনে কোনো অন্তৰ্নিহিত ত্ৰুটি আছে নে কি—যাৰ ফলত তেনে ব্যৱস্থাৰ দ্বাৰাই সমাজৰ সংখ্যা-গৰিষ্ঠ সৰ্বহাৰাৰ শোষণৰ অন্ত পেলোৱাৰ পৰিবৰ্তে তাক দীৰ্ঘস্থায়ী কৰাতহে সহায় কৰা হয়?

সংখ্যা-গৰিষ্ঠৰ শোষণৰ ভেটিত প্ৰতিষ্ঠিত প্ৰচলিত সমাজ-ব্যৱস্থা সলনি কৰাৰ দুটাই মাত্ৰ পথ আছেঃ এটা হ'ল বুলেটৰ পথ, অৰ্থাৎ সশস্ত্ৰ সংগ্ৰামৰদ্বাৰা বৈপ্লৱিক পৰিবৰ্তনৰ পথ, আনটো হ'ল বেলটৰ পথ; অৰ্থাৎ সংগঠিত জনমতৰ সহায়তে গণতান্ত্ৰিক সংস্কাৰৰ পথ। স্বাভাৱিকতেই দ্বিতীয়টো পথ অধিক সময় সাপেক্ষ। অৱশ্যে এই পথেৰে আগবাঢ়িব খোজা সকলৰ কাৰণে তেওঁলোকৰ ধৈৰ্যশীল প্ৰতীক্ষাৰ কিছু পুৰস্কাৰো নোহোৱা নহয়। সি যি কি নহওক; অধিক

বাক্ বিস্তাৰ নকৰি এই কথা একে আষাৰেই কব পাৰি যে ভাৰতবৰ্ষত সমগ্ৰ বিপ্লৱ গঢ়ি তোলাৰ বা তাক কৃতকাৰ্য কৰি তুলিব পৰাৰ কোনো সম্ভাৱনা নাই। বৰ্তমানৰ বিশ্ব পৰিস্থিতিয়ে সেই সম্ভাৱনা আৰু অধিক সুদূৰ পৰাহত কৰি তুলিছে। তদুপৰি শ্ৰেণীসংগ্ৰামৰ প্ৰবক্তা আৰু হিংসাত্মক বিপ্লৱৰ পথেৰে সমাজ ব্যৱস্থাৰ পুনৰ্বিন্যাসৰ স্বপ্ন দেখোঁতা কাৰ্ল মাৰ্ক্সে স্বীকাৰ কৰি গৈছে যে সৰ্বহাৰাৰ অধিকাৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে হিংসা অনিবাৰ্য বা অপৰিহাৰ্য নহয়; যিবোৰ দেশত গণতন্ত্ৰ আৰু ব্যক্তি স্বাধীনতা বিৰাজ কৰিছে, তেনেবোৰ দেশত শান্তি-পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰেও সমাজ ব্যৱস্থাৰ সলনি কৰিব পাৰি।

দুটা কথা আমি স্বতঃসিদ্ধ বুলি ধৰি লব লাগিব। প্ৰথমতে, শান্তিপূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰেও সমাজব্যৱস্থাৰ পুনৰ্বিন্যাস সম্ভৱ; দ্বিতীয়তে, ভাৰতবৰ্ষৰ সমুখত গণতান্ত্ৰিক পদ্ধতিৰ বাহিৰে দ্বিতীয় কোনো বিকল্প নাই। তাৰ সৰল অৰ্থ এয়েই হয় যে ভাৰতবৰ্ষৰ কোটি কোটি সৰ্বহাৰা মানুহৰ ভাগ্য পৰিবৰ্তনৰ কাৰণে বেলটৰ কাগজ-খনৰ বাহিৰে তেওঁৰ হাতত দ্বিতীয় আন কোনো অস্ত্ৰ নাই। কিন্তু বাস্তৱ অভিজ্ঞতাৰ পৰা দেখা হৈছে যে যোৱা পঁচিশ বছৰে এই অস্ত্ৰ প্ৰয়োগ কৰিও ভাৰতবৰ্ষৰ মানুহে নিজৰ ভাগ্য উল্লেখযোগ্যভাৱে সলনি কৰিবলৈ সক্ষম হোৱা নাই। তাৰ অৰ্থ কি এয়েই হব পাৰে যে ভাৰতবৰ্ষৰ জনতাই এই অস্ত্ৰ নিৰ্ভুলভাৱে প্ৰয়োগ কৰিবলৈ সক্ষম হোৱা নাই?

এই কথা ঠিক যে ভাৰতত সাৰ্বজনীন ভোটাধিকাৰৰ ওপৰত প্ৰতিষ্ঠিত গণতান্ত্ৰিক শাসন-ব্যৱস্থা প্ৰবৰ্তিত হোৱা সত্ত্বেও সংখ্যা-গৰিষ্ঠ দৰিদ্ৰ লোক সকলৰ ইচ্ছা আৰু আশা-আকাংক্ষা এই শাসন-ব্যৱস্থাৰ মাজত প্ৰতিফলিত হোৱা নাই। নিঃসন্দেহে তাৰ প্ৰধান কাৰণ হ'ল ভাৰতীয় জনসাধাৰণৰ ব্যাপক অজ্ঞতা, নিৰক্ষৰতা আৰু তাৰ অৱধাৰিত পৰিণাম স্বৰূপ ৰাজনৈতিক চেতনাৰ অভাৱ। দ্বিতীয়তে, ৰাজনৈতিক পণ্ডিতসকলে এই বুলিও মত প্ৰকাশ কৰিছে যে ইউৰোপৰ জনসাধাৰণে কেইবা শতাব্দী ধৰি অবিৰাম আন্দোলন কৰিহে নাগৰিক অধিকাৰ

অৰ্থাৎ ভোট দিয়াৰ অধিকাৰ আদায় কৰিবলৈ সক্ষম হৈছে। গতিকে এই বহু কষ্টাৰ্জিত অধিকাৰক তেওঁলোকে অতিশয় মূল্য দিয়ে আৰু তাৰ পৰিপূৰ্ণ সদ্ব্যৱহাৰ কৰে। আনহাতে সাৰ্বজনীন ভোটাধিকাৰ গছৰ পৰা পকা ফল আপোনা-আপুনি সৰি পৰাৰ দৰে টপক কৰে ভাৰতীয় জনসাধাৰণৰ মুখত সৰি পৰিল; তাৰ কাৰণে তেওঁলোকে এদিনৰ কাৰণেও সংগ্ৰাম কৰিবলগা নহ'ল। সাৰ্বজনীন ভোটাধিকাৰ সম্পৰ্কে তেওঁলোকৰ political edueation বা ৰাজনৈতিক শিক্ষা লাভ একেবাৰেই নহ'ল; ফলত কোটি কোটি নিৰক্ষৰ ভাৰতীয় নাগৰিকে ভোট দিয়াৰ ক্ষেত্ৰত নিজৰ বিচাৰ-বুদ্ধি একেবাৰেই প্ৰয়োগ নকৰে আৰু আনৰ দ্বাৰা চালিত অন্ধৰ দৰে নিতান্ত যান্ত্ৰিকভাৱে ভোটদান কৰে। অৰ্থাৎ ভোটটো তেওঁলোকৰ হাতত সমাজ-বিপ্লৱৰ এপাত শক্তিশালী অস্ত্ৰ নহয়; সি নাগৰিকৰ অৱশ্য পালনীয় এটা যান্ত্ৰিক ৰিচুৱেল বা সংস্কাৰ মাত্ৰ। তেওঁলোকৰ এই অজ্ঞতা, উদাসীনতা আৰু ৰাজনৈতিক চেতনাৰ অভাৱৰ সুযোগ লৈ স্বাৰ্থপৰ লোকসকলে সাৰ্বজনীন ভোটাধিকাৰক সমাজ-ব্যৱস্থাৰ পুনৰ্বিন্যাসৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰাৰ পৰিবৰ্তে শোষণ আৰু অসাম্যৰ ভেটিত প্ৰতিষ্ঠিত সেই সমাজ-ব্যৱস্থাক সুদৃঢ় কৰাৰ কামতহে ব্যৱহাৰ কৰি আহিছে। তৃতীয়তে, সাম্প্ৰদায়িকতা আৰু জাতি-ভেদ প্ৰথাই ভাৰতীয় সমাজক এনেভাৱে বহুধা-বিভক্ত কৰি ৰাখিছে social mobility বা সামাজিক চলমানতাৰ অভাৱত ইয়াৰ বেছিভাগ মানুহৰে আৰ্থিক আৰু সামাজিক জীৱন চিৰকাল পঙ্গু হৈ থাকিবলৈ বাধ্য হয়। নৱ-জাগ্ৰত ৰাজনৈতিক, অৰ্থ নৈতিক আশা-আকাংক্ষা আৰু শতাব্দী-প্ৰাচীন সামাজিক স্থবিৰতাৰ মাজত যেতিয়া সংঘৰ্ষ হয়, তেতিয়া বেছি ভাগ ক্ষেত্ৰত সামাজিক স্থবিৰতাৰেই জয় হয়। যিবোৰ মানুহে অৰ্থ নৈতিক বৈষম্য দূৰ হোৱাটো বিচাৰে, সেইবোৰ মানুহেই আকৌ সামাজিক বৈষম্য আৰু সাম্প্ৰদায়িক বিভেদক জীৱনৰ চিৰন্তন নিয়ম বুলি গ্ৰহণ কৰে। তেওঁলোকে এই কথা নাজানে যে সামাজিক বৈষম্য আৰু বিভেদ থকালৈকে অৰ্থ নৈতিক বৈষম্যও সম্পূৰ্ণৰূপে দূৰীভূত হ'ব

নোৱাৰে। ভাৰতবৰ্ষত গণতন্ত্ৰ কৃতকাৰ্য হ'বলৈ হ'লে শিক্ষাৰ দ্ৰুত প্ৰসাৰ; ৰাজনৈতিক চেতনা-বৃদ্ধি, আৰু এটা সামাজিক বিপ্লৱ সংঘটিত হব লাগিব। সামাজিক আৰু অৰ্থনৈতিক পৰিবৰ্তনৰ কাৰণে কাম কৰা লোকসকলে এই কেইটা কথাৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়া উচিত।

আৰু এসপ্তাহৰ পিচতে কোটি কোটি মানুহে ভোট কেন্দ্ৰলৈ গৈ সামান্য এখিলা কাগজৰ দ্বাৰা অহা পাঁচ বছৰৰ কাৰণে দেশৰ ৰাজনৈতিক ভৱিষ্যত নিৰ্ণয় কৰিব। তেওঁলোকে সেই কাগজবিলাক নিজৰ ভাগ্য পৰিবৰ্তনৰ কাৰণে এপাত শক্তিশালী অস্ত্ৰ হিচাপেও ব্যৱহাৰ কৰিব পাৰে, নাইবা শোষণৰ যন্ত্ৰটোক বেছি মসৃণ আৰু মজবুত কৰি তোলা লুব্ৰিকেণ্ট বা তেল হিচাপেও ব্যৱহাৰ কৰিব পাৰে। বিৰাট আৰু সামগ্ৰিক অৰ্থ নৈতিক লক্ষ্য চকুৰ আগত ৰাখি দিয়া প্ৰত্যেকটো ভোটতেই জনতাৰ ভাগ্য পৰিবৰ্তনত সহায় কৰিব; আনহাতে জাত-কুল, অওহী-বওহী, গাঁও-চুবুৰী আছে সঙ্কীৰ্ণ ব্যক্তিগত স্বাৰ্থৰ দ্বাৰা প্ৰভাৱিত হৈ দিয়া প্ৰত্যেকটো ভোটেই দৰিদ্ৰ আৰু হৃত-সৰ্বস্ব মানুহৰ অভিশপ্ত দুৰ্দশাক আৰু বেছি দীঘলীয়া কৰিব। ভাৰতৰ মানুহে ভোটৰ সদ্ব্যৱহাৰ কৰিবলৈ শিকা নাই, সেয়েহে তেওঁলোকৰ দুৰৱস্থাৰো কোনো সলনি হোৱা নাই। আগন্তুক নিৰ্বাচনত ভোটৰ সদ্ব্যৱহাৰ কৰক; জাত-কুল, চুবুৰী আৰু সাম্প্ৰদায়িক বিচাৰৰ দ্বাৰা প্ৰভাৱিত নহৈ বিশুদ্ধ অৰ্থ নৈতিক লক্ষ্য চকুৰ আগত ৰাখি ভোট দিয়ক; ৰাইজৰ অজ্ঞতাৰ সুযোগ লৈ ব্যক্তিগত ৰাজনৈতিক উচ্চাকাংক্ষা পূৰণ কৰিবলৈ আগবঢ়া সকলো নিৰ্দলীয় প্ৰাৰ্থীকে পৰাজিত কৰক; সকলো অসাধু, স্বাৰ্থপৰ আৰু দুৰ্নীতি-পৰায়ণ প্ৰাৰ্থীকে জীৱনত পাহৰিব নোৱাৰাকৈ শিক্ষা দিয়ক; সৰ্বোপৰি, প্ৰত্যেকটো ভোটকেই নীলামত বিকিবলগীয়া বস্তুৰ দৰে ব্যৱহাৰ নকৰি অচলায়তন সমাজ-ব্যৱস্থা আৰু শোষণৰ দৈত্যাকাৰ যন্ত্ৰটোৰ বিৰুদ্ধে ব্যৱহাৰ কৰক একো একোটা অব্যৰ্থ গুলীৰ দৰে। আপোনাৰ ভাগ্য আপোনাৰ হাততেই।

( ১ মাৰ্চ ১৯৭২ )

# দীঘল চুলি, চুটি চুলি

এটা বাতৰিত প্ৰকাশ যে কেইদিনমানৰ আগতে পুণা চহৰত পুলিচে ২৬ জন দীঘল চুলীয়া ডেকাক ধৰি-বান্ধি তেওঁলোকৰ চুলিবোৰ নাপিতৰ হতুৱাই কটাই পেলালে।

দক্ষিণ ভিয়েটনাম কমিউনিষ্ট সকলৰ দখললৈ যোৱাৰ পিছত ছাইগণৰ দীঘল চুলীয়া ডেকাবোৰে প্ৰথমেই দৌৰ মাৰিছিল নাপিতৰ দোকানলৈ। ইয়াৰ আগতেও যোৱা কেইবছৰমানত যিবোৰ দেশতেই বাওঁপন্থী শক্তিয়ে ক্ষমতা দখল কৰিছে, সেইবোৰ দেশতে তেওঁলোকৰ প্ৰথম কঢ়া নজৰ পৰিছে দীঘল-চুলীয়া ডেকাৰ মূৰৰ ওপৰত। দেখা গৈছে যে ডেকাল'ৰাৰ দীঘল চুলি কেৱল ব্যক্তিগত ৰুচি বা বিলাসৰ বস্তু হৈ থকা নাই ; আচলতে ই এটা প্ৰতীকত পৰিণত হৈছে। দীঘল চুলি হ'ল আলস্য, উশৃঙ্খলতা আৰু ৰঘুমল স্বভাৱৰ প্ৰতীক ; ই সামাজিক দায়িত্বহীনতা, শ্ৰম-বিমুখতা আৰু অপকৃষ্টিৰ প্ৰতীক। একে আষাৰে কবলৈ গ'লে ই এক বিশেষ জীৱনবোধৰ প্ৰতীক।

পুৰুষৰ মূৰৰ দীঘল চুলি একো নতুন বস্তু নহয়। মানুহে আগতেও দীঘল চুলি ৰাখিছিল। হয়তো এতিয়াতকৈ বেছিকৈহে ৰাখিছিল। অতীতৰ বিভিন্ন যুগ বা পৃথিৱীৰ বিভিন্ন দেশৰ কথা বাদ দিও কেৱল আমাৰ অসমতে যোৱা এক বছৰ চুলিৰ দীঘল চুটি হোৱাৰ এক কৌতূহলোদ্দীপক ইতিহাস চকুত পৰে। এতিয়াৰ পৰা বিশ-ত্ৰিশ বছৰৰ আগতেও গাৱেঁ-ভূঞে তিৰোতাৰ নিচিনা খোপা-বন্ধা 'ভকত' দেখা গৈছিল। হয়তো এতিয়াও দুই-চাৰিজন আছে। সত্ৰৰ কেৱলীয়া ভকতসকলেও চুলি দীঘলকৈ ৰাখে। কিন্তু দীঘল চুলীয়া আধুনিক ডেকা এজন আৰু খোপা-বন্ধা সত্ৰীয়া ভকত এজনক তুলনা কৰি চালেই বুজা যায় যে দুয়োৰে মূৰ শোভা কৰা দীঘল

চুলিয়ে আমাৰ মনত একে প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে। ভকতীয়া জীৱন দৰ্শনৰ সপক্ষে একো নকৈয়ো এই কথা কব পাৰি যে ভকতক দীঘল চুলি ভেদ কৰিও তেওঁৰ ব্যক্তিত্বৰ পৰা এটা প্ৰশান্তি, নম্ৰতা আৰু সুৰুচিৰ ভাৱ ফুটি উঠে। স্পষ্ট বুজা যায় যে তেওঁৰ দীঘল চুলি কোনো ব্যক্তিগত বিদ্ৰোহ বা উচ্ছৃংখলতাৰ প্ৰতীক নহয়, বৰং সি এক গভীৰ নিয়মানুৱৰ্তীতা আৰু এক বিশেষ জীৱন চৰ্যাৰ প্ৰতি আনুগত্যৰ প্ৰতীক। আনহাতে আধুনিক ডেকাৰ দীঘল জপৰা চুলি আৰু জুলফিৰ বাহাৰে আমাৰ মনত এটা সম্পূৰ্ণ বিপৰীত ভাৱ জগাই তোলে। জীৱনৰ বাস্তৱতাৰ লগত যে এইসকল ডেকাৰ কোনো সম্পৰ্ক নাই। যিখন সমাজৰ পৰা তেওঁলোকে প্ৰাণ-ৰস আহৰণ কৰিছে, সেই সমাজৰ প্ৰতি তেওঁলোকৰ কোনো আনুগত্য নাই, শাৰীৰিক পৰিশ্ৰমৰ লগত তেওঁলোকৰ কোনো পৰিচয় চমুকৈ কবলৈ গ'লে আধুনিক ডেকাৰ দীঘল চুলি হ'ল উগ্ৰ ব্যক্তিস্বাতন্ত্ৰ্যবাদ, পৰ-জীৱিতা আৰু উদ্ধতাৰ প্ৰতীক। ডেকাসকলে নিজেও বোধ হয় সেই কথা বুজি পায়। কমিউনিষ্টসকল ছাইগণত প্ৰৱেশ কৰাৰ লগে লগেই এই দীঘল চুলীয়া ডেকাসকলে যেতিয়া মূৰ টকলী কৰিবলৈ নাপিতৰ ওচৰলৈ দৌৰ মাৰিছিল, তেতিয়া তেওঁলোকৰ মনত নিশ্চয় এটা কথাই খেলাইছিল যে এখন দুশ্চৰিত্ৰ সমাজৰ ছত্ৰ-ছাঁয়াত তেওঁলোকৰ নিচিনা মাত্ৰ এমুঠিমান সুবিধা-ভোগী ৰঘুমলাৰ দৰে বহি বহি খোৱাৰ দিন উকলিল। এতিয়া তেওঁলোকে গ্ৰহণ কৰিব লাগিব জীৱনৰ আৰু সমাজৰ সকলো দায়িত্ব; পুঁজিবাদী সমাজ ব্যৱস্থাৰ অন্ধভোগবাদৰ দিন উকলিল, এতিয়া গ্ৰহণ কৰিব লাগিব এক মানৱিক দায়িত্বসম্পন্ন সমাজ-ব্যৱস্থাৰ কৃচ্ছসাধন।

অথচ অভিজ্ঞতাৰ পৰা দেখা গৈছে যে কিছু জবৰদস্তি নকৰাকৈ এই শ্ৰম-বিমুখ স্বাৰ্থপৰ আৰু বিলাসী ডেকাসকলক সৎপথলৈ অনাৰ কোনো উপায় নাই। স্বাধীনতাৰ অৰ্থ যদি হয় ৰেগিঙৰ নামত সহপাঠিৰ অমানুষিকভাৱে অত্যাচাৰ কৰাৰ অধিকাৰ, তেন্তে কোনো সমাজেই নিজৰ নাগৰিকসকলক তেনে অধিকাৰ দিয়া উচিত নহয়।

স্বাধীনতাৰ অৰ্থ যদি হয় কাম নকৰি শুই বহি খোৱাৰ অধিকাৰ, তেন্তে সেই স্বাধীনতাও অবাঞ্ছিত আৰু নীতি-বিবৰ্জিত। ‘জৰুৰী অৱস্থা’ চলি থকা অৱস্থাতে দেশৰ আটাইবোৰ দীঘল-চুলীয়া ডেকাৰ চুলিবোৰ কাটি দিব পাৰিলে বৰ ভাল কথা হয়; কিন্তু তাতোকৈ বেছি ভাল কথা হয় যদিহে দেশৰ সকলো সক্ষম ডেকা-গাভৰুক অন্ততঃ এটা নিৰ্দিষ্ট সময়ৰ কাৰণে শাৰীৰিক পৰিশ্ৰম কৰিবলৈ বাধ্য কৰোৱা হয়। Discipline বা নিয়মানুৱৰ্তিতা বলবৎ কৰিবলৈ কামতকৈ ডাঙৰ অস্ত্ৰ আন একো নাই।

( ২৩ জুলাই ১৯৭৫ )

# খেল আৰু ৰাজনীতি

অলিম্পিকৰ সৃষ্টি হৈছিল গ্ৰীক সভ্যতাৰ স্বৰ্ণ-যুগত। অৱশ্যে তেতিয়াৰ অলিম্পিক এতিয়াৰ দৰে কেৱল শাৰীৰিক ক্ৰীড়া-নৈপুণ্যৰ মাজতেই সীমাবদ্ধ নাছিল। গ্ৰীক অলিম্পিকত খেল-ধেমালিৰ লগতে সাহিত্য, নাটক, সংগীত, চিত্ৰকলা আৰু বাগ্মীতাও প্ৰতিযোগিতাৰ বিষয় আছিল। প্ৰাচীন গ্ৰীকসকলৰ দৈহিক আৰু মানসিক উৎকৰ্ষ সাধনত অলিম্পিক প্ৰতিযোগিতাই নিশ্চয় বিপুল বৰঙণি যোগাইছিল। কিন্তু ঐতিহাসিক বিচাৰত অলিম্পিকৰ ভূমিকা আছিল তাতকৈও বেছি তাৎপৰ্যপূৰ্ণ। বহুতো ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰ আৰু জাতি-উপজাতিত শতধা-বিভক্ত হৈ থকা গ্ৰীকসকলৰ মনত একতাৰ চেতনা জগাই ৰাখিছিল ঘাইকৈ দুটা বস্তুৱে ঃ গ্ৰীক মহাকাব্য দুখনে আৰু অলিম্পিক প্ৰতিযোগিতাই।

প্ৰায় বাৰ'শ বছৰ একে লেঠাৰিয়ে চলাৰ পিছত সম্ৰাট থিয়ডছিয়াছে খৃঃ ৩৯৩ শকত অলিম্পিক নিষিদ্ধ কৰি দিয়ে। তেওঁ তেনে কৰাৰ যুক্তিসংগত কাৰণো আছিল। সময় পাৰ হৈ যোৱাৰ লগে লগে মানুহে অলিম্পিকৰ পৱিত্ৰ আদৰ্শ পাহৰি পেলাইছিল আৰু প্ৰতিযোগিতাৰ পুৰস্কাৰ বিতৰণৰ মাজত নানা প্ৰকাৰৰ দুৰ্নীতি আৰু অসাধুতাই প্ৰৱেশ কৰিছিল। তাৰ পিছত বহু শতাব্দী পাৰ হৈ গ'ল। কিন্তু গ্ৰীক সভ্যতাৰ অন্যান্য বহুতো চিৰযুগমীয়া উত্তৰাধিকাৰৰ দৰে অলিম্পিকৰ কথাও পিছৰ যুগৰ মানুহে সমূলি পাহৰি যাব নোৱাৰিলে। প্ৰায় ডেৰ হাজাৰ বছৰ বিস্মৃত হৈ থকাৰ পিছত ১৮৯৬ চনত অলিম্পিকক পুনৰ্জীৱিত কৰা হ'ল। আধুনিক কালৰ প্ৰথম-খন অলিম্পিক অনুষ্ঠিত হ'ল অলিম্পিকৰ জন্মভূমি গ্ৰীচৰ ৰাজধানী এথেন্সত।

কিন্তু অলিম্পিকৰ মহৎ আদৰ্শ আধুনিক মানুহে জীয়াই ৰাখিব পাৰিছেনে ? যোৱা ১৮ জুলাইত আৰম্ভ হোৱা মনট্ৰিল্ অলিম্পিকৰ কাণ্ড-কাৰখানালৈ চাই সেই কথা বিশ্বাস নহয়। গ্ৰীক অলিম্পিকৰ এটা প্ৰধান নিয়ম আছিল এই যে আন সময়ত বিভিন্ন গ্ৰীক-ৰাষ্ট্ৰৰ মাজত যিমানেই যুদ্ধ-বিগ্ৰহ নহওক কিয়, অলিম্পিক প্ৰতিযোগিতা চলি থকা দিন কেইটাত সকলোৱেই অস্ত্ৰ-শস্ত্ৰ সামৰি থৈ সম্পূৰ্ণ শান্তি বজাই ৰাখিব লাগিব। কিন্তু এতিয়া মনট্ৰিলত অলিম্পিক আৰম্ভ হোৱাৰ সময়তো লেবাননত ভ্ৰাতৃঘাতী যুদ্ধৰ অৱসান হোৱা নাইবা দক্ষিণ আফ্ৰিকাত ক'লা মানুহৰ বিৰুদ্ধে চলা পাশৱিক অত্যাচাৰ বন্ধ হোৱা নাই। ইলিয়াড্, ওডিছিৰ দৰে অলিম্পিকৰো এটা প্ৰধান সাফল্য আছিল এয়ে যে ই শতধা-বিভক্ত গ্ৰীকসকলৰ মনত এটা ঐক্যৰ চেতনা জাগৰুক কৰি ৰাখিছিল। কিন্তু মনট্ৰিল অলিম্পিকে পৃথিৱীক ঐক্যবদ্ধ কৰাৰ বিপৰীতে বগা আৰু ক'লা দুভাগত ভাগ কৰাৰ উপক্ৰম কৰিছে। দক্ষিণ আফ্ৰিকাত ক'লা মানুহৰ বিৰুদ্ধে পাশৱিক দমন নীতি চলি থকাৰ সময়ত বগা মানুহৰ দেশ নিউজিলেণ্ডে তালৈ এটা ৰাগবী টীম পঠোৱাৰ প্ৰতিবাদত অলিম্পিক প্ৰতিযোগিতাৰ উদ্বোধন হবৰ দিনাই আফ্ৰিকাৰ কুৰিখন দেশে অলিম্পিক পৰিত্যাগ কৰিছে। ঘটনাৰ গতি-গোত্ৰ দেখি অনুমান হয় যে অলিম্পিকৰ ভৱিষ্যত অন্ধকাৰ; জাতি-বৰ্ণ নিৰ্বিশেষে ই বিশ্ববাসীৰ মনত মৌলিক ঐক্যৰ চেতনা জগাই তোলাৰ পৰিবৰ্তে নিজেই স্থায়ীভাৱে দ্বিধা বিভক্ত হৈ যোৱাৰ উপক্ৰম কৰিছে। মানুহে মুখ খুলি স্বীকাৰ নকৰিলেও এই কথা সত্য যে আধুনিক মানৱ সমাজ ক'লা আৰু বগা দুভাগত ভাগ হৈ গৈছে; ইতিহাসত যুগ যুগ ধৰি চলি অহা সংঘৰ্ষবোৰৰ ভিতৰত শেহতীয়া সংঘৰ্ষ হ'ল ক'লা আৰু বগাৰ সংঘৰ্ষ। বহু হাজাৰ বছৰ ধৰি নতজানু হৈ থকাৰ পিছত অৱশেষত ক'লা মানুহে স্বাধিকাৰ চেতনাৰ গৌৰৱত মূৰ দাঙি থিয় দিছে; বিংশ-শতাব্দীৰ শেষাৰ্দ্ধত আটাইতকৈ

তাৎপৰ্যপূৰ্ণ সংঘৰ্ষ বা প্ৰতিযোগিতা হয় ক'লা আৰু বগাৰ সংঘৰ্ষ। বৃটেইনত সম্প্ৰতি চলি থকা ক'লা আৰু বগাৰ সংঘৰ্ষয়ো তাৰেই ইংগিত দিছে। আশা কৰা হৈছিল যে অলিম্পিকৰ মহৎ আদৰ্শ অন্তৰেৰে গ্ৰহণ কৰি অন্ততঃ অলিম্পিক প্ৰতিযোগিতা চলি থকা দিন কেইটাত পৃথিবীৰ বিভিন্ন দেশ আৰু জাতিয়ে তেওঁলোকৰ অন্তহীন বিবাদ আৰু সংঘৰ্ষ সাময়িকভাৱে হলেও স্থগিত ৰাখিব পাৰিব। কিন্তু কাৰ্য-ক্ষেত্ৰত সেয়ে হৈ নুঠিল। মানৱ-জাতিৰ ভাগ্যত আৰু কি আছে এতিয়াও কোৱা টান।

অলিম্পিক চলি থকাৰ সময়তে খেলা-ধূলাৰ বিষয়ে কিছু আলোচনা কৰাটো প্ৰাসংগিক হ'ব। ভাৰতৰ নিচিনা প্ৰায় ষাঠি কোটি মানুহৰ বিশাল দেশ এখনে হকিৰ বাহিৰে খেলা-ধূলাৰ অন্যান্য বিভাগবোৰত বিশ্ব-প্ৰতিযোগিতাত আজিলৈকে বিশেষ একো সুনাম অৰ্জন কৰিব পৰা নাই। ভাৰততকৈ আকাৰত বহুত সৰু আৰু বহুত দুখীয়া দেশেও এই ক্ষেত্ৰত ভাৰততকৈ বেছি যোগ্যতাৰ পৰিচয় দিব পাৰিছে। ই ভাৰতৰ পক্ষে নিশ্চয় অতি অগৌৰৱৰ কথা। খেলা-ধূলাত ভাৰতৰ এনে হীনাৱস্থাৰ অন্যান্য বহুতো কাৰণৰ ভিতৰত খেল প্ৰশাসনৰ বহুতো দুৰ্নীতি আৰু বেমেজালিও এটা প্ৰধান কাৰণ বুলি প্ৰমাণিত হৈছে। এই কথা উপলব্ধি কৰি ভাৰত চৰকাৰে ১৯৭৫ চনত খেল-প্ৰশাসনৰে সংস্কাৰ সাধিবলৈ কেতবোৰ ব্যৱস্থা হাতত লয়। যাৰ ভিতৰত প্ৰধান এটা আছিল খেল-ধেমালিৰ পৰিচালনা ব্যৱস্থাত স্থানীয়ভাৱে গোজপুতি বহা ন্যস্ত-স্বাৰ্থৰ উচ্ছেদ সাধন। এই উদ্দেশ্যে ভাৰত চৰকাৰে এনে এটা নিৰ্দেশ জাৰি কৰে যে জাতীয় ক্ৰীড়া সংস্থাবোৰৰ কোনো বিষয়-বৰীয়াই চাৰি বছৰীয়া একোটা টাৰ্মৰ দুটা টাৰ্মতকৈ অধিক কাল এনে বিষয়-বাব লৈ থাকিব নোৱাৰিব। আৰু কোনো বিষয়-বৰীয়াই এটাতকৈ অধিক বিষয়ৰ দায়িত্ব লব নোৱাৰিব। সেই আৰ্হিতে অসম চৰকাৰেও চলিত বছৰৰ মে মাহতে এখন চাৰ্কুলাৰ যোগে নিৰ্দেশ দিয়ে

যে অসমৰ ক্ৰীড়া সংস্থাবোৰৰ বিষয়-ববীয়া সকলেও তিনি বছৰীয়া টাৰ্মৰ দুটাতকৈ অধিক কাল এনে বিষয়-বাব লৈ থাকিব নোৱাৰিব আৰু কোনো বিষয়-ববীয়াই এটাতকৈ অধিক বিষয়ৰ দায়িত্ব লব নোৱাৰিব। এই চৰ্তবোৰ পূৰণ কৰাৰ সময় যোৱা জুন মাহতে উকলি গৈছে। কিন্তু আমি খবৰ পোৱা মতে অসমৰ ক্ৰীড়া-সংস্থাবোৰৰ সকলো বিষয়-ববীয়াই ( তাৰে কোনো কোনোৱে কুৰি বছৰতকৈ অধিক কাল স্থায়ীভাৱে এনে বিষয়-বাব ভোগ কৰি আহিছে আৰু কোনো কোনোৱে চাৰি-পাঁচটা বিষয়-বাব দখল কৰি আছে ) এতিয়ালৈকে চৰকাৰৰ নিৰ্দেশ জাৰি কৰাতেই ক্ষান্ত নাথাকি কঠোৰভাৱে সেই নিৰ্দেশ বলবৎ কৰে। বিশ্বৰ ক্ৰীড়া-জগতত ভাৰতৰ যি দুখলগা স্থান, ভাৰতৰ ক্ৰীড়া-জগততো অসমৰ সেই একে স্থান। টেবুল টেনিছৰ বাহিৰে আন কোনো ক্ষেত্ৰতে অসমৰ খেলুৱৈয়ে সৰ্বভাৰতীয় ক্ষেত্ৰত বিশেষ কৃতিত্ব দেখুৱাব পৰা নাই। সুখৰ কথা যে সম্প্ৰতি খেলা-ধূলাৰ প্ৰতি চৰকাৰে বিশেষ মনোযোগ দিছে আৰু National fitness বা জাতীয় স্বাস্থ্যোন্নতিক ৰাষ্ট্ৰীয় কৰ্মোদ্যমৰ এটা বিশেষ লক্ষ্য বুলি ধৰা হৈছে। এই লক্ষ্যত উপনীত হ'বলৈ হলে দেশৰ ক্ৰীড়া সংস্থাবোৰৰ মাজত বহুদিন ধৰি পুঞ্জীভূত হোৱা আবৰ্জনাবোৰ দূৰ কৰিব লাগিব আৰু স্বস্ত-স্বাৰ্থৰ নাগ-পাশৰ পৰা সেইবোৰক মুক্ত কৰিব লাগিব। চৰকাৰে উচিত ব্যৱস্থাই হাতত লৈছে, এতিয়া সেই ব্যৱস্থা সম্পূৰ্ণভাৱে কাৰ্যকৰী কৰাৰ ওপৰত বিশেষ গুৰুত্ব দিব লাগে।

( ২১ জুলাই, ১৯৭৬ )

—— ——

# "গণতন্ত্ৰৰ সৰ্বশ্ৰেষ্ঠ সংজ্ঞা : আলোচনাৰ সাৰ্বভৌমত্ব"

সংবিধানৰ প্ৰস্তাৱিত সংশোধনত ভাৰতীয় নাগৰিকসকলৰ কাৰণে যি দহোটা মৌলিক কৰ্তব্য নিৰ্দিষ্ট কৰি দিবলৈ বিচৰা হৈছে, সেইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য এটা কৰ্তব্য হ'ল দেশৰ স্বাধীনতা সংগ্ৰামৰ মহৎ আদৰ্শবোৰৰ প্ৰতি সন্মান আৰু আনুগত্য। পৃথিৱীৰ বিভিন্ন দেশৰ স্বাধীনতা-সংগ্ৰামবোৰৰ ভিতৰত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ এটা অদ্বিতীয় বৈশিষ্ট্য আছিল। সেই বৈশিষ্ট্য হ'ল এক নতুন মানৱিক প্ৰমূল্যৰ প্ৰতিষ্ঠা। গান্ধীজী আৰু নেহেৰু আছিল এই প্ৰমূল্যৰ মূৰ্ত প্ৰতীক। স্বাধীনতা সংগ্ৰামৰ মহৎ আদৰ্শৰ কথা বুলিলে (যাৰ প্ৰতি আনুগত্যক ভাৰতীয় নাগৰিকৰ এটা মৌলিক কৰ্তব্য বুলি স্থিৰ কৰি দিয়া হৈছে) আমি ঘাইকৈ গান্ধীজী আৰু নেহেৰুৰ শিক্ষাকেই বুজিব লাগিব।

গান্ধীজীয়ে আমাক কি·································

পথেৰে কোনেও সৎ বা মহৎ লক্ষ্যত উপনীত হব নোৱাৰে। যুদ্ধৰ লক্ষ্য হ'ল শত্ৰুৰ বিনাশ সাধন। কিন্তু আজীৱন যুঁজাৰু গান্ধীজীৰ অভিধানত 'শত্ৰু' বুলি কোনো এটা শব্দ নাছিল। প্ৰতিপক্ষক তেওঁ জয় কৰিবলৈ চেষ্টা কৰিছিল প্ৰেম আৰু অহিংসাৰে। পৃথিৱীৰ ইতিহাসত প্ৰথমবাৰৰ কাৰণে প্ৰেম আৰু অহিংসাৰ অস্ত্ৰেৰে এখন দীঘলীয়া যুদ্ধ কৰি তেওঁ এনে এটা পৰিবেশৰ সৃষ্টি কৰিছিল—যি পৰিবেশত তিক্ততা বা বৈৰীতাৰ মনোভাৱৰ বিন্দুমাত্ৰ অৱশিষ্ট বাকী নৰখাকৈ বিদেশী শাসন-শোষণ দূৰীভূত কৰা সম্ভৱ হৈছিল। প্ৰতি-পক্ষ স্বদেশীয়েই হওক বা বিদেশীয়েই হওক, গান্ধীজীৰ এই প্ৰেম আৰু

অহিংসাৰ ৰণ-কৌশল আমাৰ দেশৰ মুক্তি-সংগ্ৰামৰ এক মহত্তম ঐতিহ্য। ভাৰতৰ মুক্তি-সংগ্ৰামৰ মহৎ আদৰ্শৰ প্ৰতি আনুগত্য যদি ভাৰতীয় নাগৰিকৰ মৌলিক কৰ্তব্য বুলি বিবেচিত হয়, তেন্তে তাৰ অৰ্থ এয়ে হব লাগিব যে দেশৰ সকলো শ্ৰেণীৰ মানুহৰ মনৰ পৰা পাৰস্পৰিক প্ৰতিহিংসা, গোপন ষড়যন্ত্ৰ আৰু হিংসাত্মক মনোভাৱ দূৰ কৰিব লাগিব।

গান্ধীজীৰ আৰু কেইটামান শিক্ষা আজিৰ মুহূৰ্তত বিশেষভাৱে স্মৰণ-যোগ্য। তেওঁ কৈছিল: প্ৰকৃত গণতন্ত্ৰত নিৰংকুশ ব্যক্তি স্বাধীনতাৰ কোনো স্থান নাই, সমাজৰ সাৰ্বিক মঙ্গলৰ কাৰণে প্ৰত্যেক ব্যক্তিয়ে স্বেচ্ছাৰে নিজৰ কিছুমান অধিকাৰ আৰু সা-সুবিধা ত্যাগ কৰিব লাগিব—প্ৰতিবাদৰ ধৰণ যদি সু-সভ্য হব লাগে, তেন্তে ই হব লাগিব মৰ্য্যাদাসম্পন্ন,-সুনিয়ন্ত্ৰিত আৰু বিদ্বেষ মুক্ত।……অনুষ্ঠান যিমানেই ডাঙৰ হয়, ক্ষমতাৰ অপপ্ৰয়োগৰ ভয় সিমানেই বেছি হয়। গণতন্ত্ৰ হৈছে এক বিৰাট অনুষ্ঠান আৰু সেই কাৰণে ইয়াত ক্ষমতাৰ অপপ্ৰয়োগৰ সম্ভাৱনা অধিক।……চৰকাৰৰ কাৰ্যাৱলী যেতিয়ালৈকে সহনীয়, তেতিয়ালৈকে চৰকাৰক সমৰ্থন জনোৱাটো উচিত। যেতিয়াই এই কাৰ্যাৱলীয়ে ব্যক্তিক আৰু জাতিক আঘাত কৰে, তেতিয়াই চৰকাৰৰ প্ৰতি সমৰ্থন ত্যাগ কৰাটো কৰ্তব্য হৈ পৰে।……ব্যক্তিৰ যদি কোনো মূল্য নাথাকে, তেন্তে সমাজৰ কিটো থাকিল? কেৱল ব্যক্তি স্বাতন্ত্ৰ্যইহে সমাজৰ……মানুহক সক্ষম কৰে।

ইয়াক যদি বলপূৰ্বকভাৱে আদায় কৰা হয়, তেন্তে মানুহ যন্ত্ৰত পৰিণত হয় আৰু সমাজো ধ্বংস-মুখী হয়।

গান্ধীজীয়ে মানৱ-সভ্যতাৰ চিৰন্তন পৰম্পৰা বহন কৰিছিল, নেহৰুৱে তাত যোগ দিছিল আধুনিক যুগৰ বাণী। তেওঁ কৈছিল: 'আমাৰ চৰম লক্ষ্য হ'ল এনে এখন শ্ৰেণীহীন সমাজ সৃষ্টি কৰা—য'ত সকলোৰে কাৰণে সমান আৰ্থিক ন্যায় আৰু সুযোগ থাকিব। মানৱ-সমাজক উচ্চতৰ বৈষয়িক আৰু সাংস্কৃতিক স্তৰলৈ উন্নীত কৰিবলৈ

সুপৰিকল্পিত ভিত্তিত এনে এখন সমাজ সংগঠিত কৰিব লাগিব। সেই সমাজত প্ৰত্যেক মানুহেই আধ্যাত্মিক প্ৰমূল্য, সহযোগিতা, পৰহিতৈষণা, সেৱাব্ৰত, সৎকাৰ্য, সদিচ্ছা আৰু প্ৰেমৰ অনুশীলন কৰিব পাৰিব লাগিব। আমাৰ এই লক্ষ্যত উপনীত হোৱাৰ পথত যদি কিবা বাধা আছে, তেন্তে সেই বাধা দূৰ কৰিবই লাগিব ; দূৰ কৰিব লাগিব সম্ভৱ হ'লে নৰমভাৱে, প্ৰয়োজন হ'লে বল প্ৰয়োগ কৰি। কিন্তু এটা বিষয়ে কোনো সন্দেহ নাই যে বল-প্ৰয়োগৰ প্ৰয়োজন হয়তো প্ৰায়েই অপৰিহাৰ্য হৈ পৰিব। কিন্তু বল-প্ৰয়োগ যদি কৰিবই লগা হয়, তাক কেতিয়াও হিংসা বা নিষ্ঠুৰতাৰ মনোভাৱেৰে কৰা উচিত নহয় ; কেৱল প্ৰতিবন্ধক দূৰ কৰিবলৈ হিংসা-দ্বেষ-হীন নিৰ্মল হৃদয়েৰেহে তেনে বল প্ৰয়োগ কৰাটো উচিত হব।'

নেহৰুৱে তেওঁৰ কঠোৰতম সমালোচক ৰামমনোহৰ লোহিয়াক জেললৈ পঠিয়াইছিল, আৰু কাৰাৰুদ্ধ লোহিয়ালৈ ব্যক্তিগত প্ৰীতি-উপহাৰ হিচাপে পঠিয়াইছিল খৰাহীয়ে খৰাহীয়ে উৎকৃষ্টতম আম।

আমাৰ দেশক দ্ৰুততম গতিৰে উন্নতিৰ পথলৈ নিবলৈ সম্প্ৰতি এটা চেষ্টা আৰম্ভ হৈছে। সামাজিক ৰূপান্তৰৰ এনে এটা বিৰাট প্ৰচেষ্টাৰ সময়ত ষাঠি কোটি মানুহৰ এখন দেশত নানা প্ৰকাৰৰ মত-ভেদ হোৱাটো খুবেই স্বাভাৱিক। কিন্তু সেই মত-ভেদে যাতে স্থায়ী তিক্ততাৰ সৃষ্টি কৰি জাতিৰ হৃদয় খণ্ড-বিখণ্ড নকৰে—তাৰ প্ৰতি সদায় সতৰ্ক মনোযোগ ৰাখিব লাগিব। ঘৃণা আৰু হিংসা মুক্ত সমাজেই প্ৰকৃত সু-সভ্য সমাজ ; ভাৰতৰ স্বাধীনতা-সংগ্ৰামৰ মহত্তৰ আদৰ্শ আছিল এইটোৱেই যে কেৱল ৰাজনৈতিক বা অৰ্থনৈতিক স্বাধীনতা অৰ্জনেই ইয়াৰ একমাত্ৰ উদ্দেশ্য নাছিল, ইয়াৰ তাতোকৈ ডাঙৰ উদ্দেশ্য আছিল মানুহৰ পুনৰ্নিৰ্মাণ, অৰ্থাৎ এখন ঘৃণা আৰু হিংসা-মুক্ত সমাজৰ সৃষ্টি। এনে এখন সমাজ সৃষ্টিত অবিৰাম প্ৰচেষ্টাত শ্ৰীমতী ইন্দিৰা গান্ধীৰ নেতৃত্বই আৰু কিছু বৰঙণি যোগাব—সমগ্ৰ দেশবাসীয়ে আজি তাকেই আশা কৰে। তাৰ কাৰণে তেওঁৰ

যোগ্যতাও আছে। বিখ্যাত কবি ডঃ অমিয় চক্রবর্তীয়ে ১৯৭১ চনত শ্ৰীমতী গান্ধীক প্ৰথমবাৰৰ কাৰণে লগ পোৱাৰ পিছত লেখিছিল: "To meet India's Prime Minister Mrs. Gandhi was a benediction, her quiet, strong and friendly personality impressed me once more as India's essential inheritance—She combines the values of a timeless civilization with a modern touch which reflects her indomitable hope and faith in true democracy,"

কংগ্ৰেছ সভাপতি শ্ৰীদেৱকান্ত বৰুৱায়ো অলপতে এষাৰ অতি তাৎপৰ্যপূৰ্ণ কথা কৈছে। তেওঁৰ মতে গণতন্ত্ৰত বহুতো সংজ্ঞাৰ ভিতৰত যিটো সংজ্ঞা তেওঁৰ আটাইতকৈ ভাল লাগে, এইটো হ'ল— Sovereignty of discussion অৰ্থাৎ "আলোচনাৰ সাৰ্বভৌমত্ব।" মুক্ত আলোচনাই সভ্যতাৰ প্ৰধান চালিকা-শক্তি। গান্ধীজীৰ জীৱনটো আছিল নিজৰ আৰু আনৰ লগত অন্তহীন আলোচনা— যাৰ কাৰণে তেওঁৰ ধৈৰ্যৰ সীমা নাছিল। 'আলোচনাৰ সাৰ্বভৌমত্ব'ৰ আদৰ্শৰ ভেটিত ভাৰতৰ গণতন্ত্ৰ নিৰ্মিত আৰু বিকশিত হওক—এই সংকল্পই হব আমাৰ দেশৰ মুক্তি-সংগ্ৰামৰ মহৎ আদৰ্শৰ প্ৰতি আমাৰ······

(১৭ নৱেম্বৰ, ১৯৭৬)

---

# বিপ্লৱৰ বিকল্প

মাৰ্ঘেৰিটাৰপৰা এজন পাঠকে অলপতে সপ্তাহিক নীলাচলৰ সূত্ৰপাত কৰি এখন চিঠি লিখিছে। তেওঁৰ অভিযোগ ঃ নীলাচলৰ সম্পাদকে আগৰ দৰে তেজস্বী সম্পাদকীয় প্ৰৱন্ধ নিলিখে আৰু চৰকাৰক থকা-সৰকা কৰি সমালোচনাও নকৰে। এসময়ত এই কাকতত 'মানুহৰ মূৰৰ ব্যৱসায়' নামৰ এটা সম্পাদকীয় লিখা হৈছিল। সম্পাদকক সেই প্ৰৱন্ধৰ কথা সোঁৱৰাই দি পাঠকজনে অভিযোগ কৰিছে যে নীলাচলৰ সম্পাদকেও নিশ্চয় ইতিমধ্যেই চৰকাৰ আৰু কাকতৰ মালিকৰ ওচৰত নিজৰ মূৰটো বিক্ৰী কৰিছে। সেয়ে আজি-কালি তেওঁৰ কাপেদি আগৰ দৰে গৰম কথা নোলায়।

এনেকুৱা চিঠি আমি প্ৰায়েই পাই থাকোঁ। মাজে মাজে দুই—এখন প্ৰকাশো কৰোঁ। অলিভাৰ টুইষ্টৰ নিচিনাকৈ মাজে মাজে দুই-এজনে চিঞৰি উঠে ঃ 'I want more'—'মোক আৰু লাগে।' পাঠকসকলৰ এনে দাবী আৰু সমালোচনাই আমাৰ মানসিক অলসতা আৰু আত্ম-সন্তুষ্টিৰ মনোভাৱ দূৰ কৰে আৰু জনসাধাৰণৰ অনুভূতিৰ প্ৰতি সদা সচেতন হৈ থাকিবলৈ আমাক সতৰ্ক কৰি থাকে। গতিকে পাঠকসকলৰ পৰা এনে সকিয়নি আমি আৰু বিচাৰোঁ।

কিন্তু ওপৰত উল্লেখ কৰা মাৰ্ঘেৰিটাৰ পাঠকজনৰ খঙৰ উগ্ৰতাই এনে ধৰণৰ আন সকলো চিঠিকেই চেৰ পেলালে আৰু আমাকো গোটেই বিষয়টো দকৈ চিন্তা কৰি চাবলৈ বাধ্য কৰালে। সপ্তাহিক নীলাচলৰ সম্পাদকীয় প্ৰৱন্ধবোৰ সদায় সমানেই আকৰ্ষণীয় হ'ব বা

ভাত ব্যক্ত হোৱা মতামতবোৰো সকলোৰে গ্ৰহণযোগ্য হ'ব এনে দাবী আমি কেতিয়াও নকৰোঁ। এই দাবীও আমি নকৰোঁ যে আমাৰ দায়িত্ব সদায় যথাযথভাৱে পালন কৰিবলৈ আমি সক্ষম হৈছোঁ। কিন্তু আমাৰ সকলো সীমাবদ্ধতা আৰু ব্যৰ্থতা স্বীকাৰ কৰিও আমি কব খোজোঁ যে এক বিশেষ পাঠক গোষ্ঠীৰ বিৰুদ্ধে আমাৰো এটা অভিযোগ আছে।

ফুটবল খেলৰ দৰ্শক সকলৰ আচৰণ আৰু ভাৱ-ভঙ্গীলৈ লক্ষ্য কৰি থাকিলে এটা কথা দেখা যায় যে তেওঁলোকে খেলুৱৈৰ সমানে নিজেও হাতে ভৰি জোকাৰি থাকি উত্তেজনা প্ৰকাশ কৰে আৰু পৰোক্ষভাৱে খেলত অংশ গ্ৰহণ কৰাৰ আনন্দ অনুভৱ কৰে। এনে ধৰণৰ অভিজ্ঞতাক Vicarious Pleasure বুলি কোৱা হয়, অৰ্থাৎ নিজে একো নকৰিও আন এজনৰ কাম বা কথাৰ মাজেদি নিজৰ ইপ্সিত বাসনা চৰিতাৰ্থ কৰা হয়। দৈনন্দিন জীৱনত আমি হাঁজাৰটা কথা বা কামৰ মাজেদি এনে অভিজ্ঞতা লাভৰ পৰিচয় দিওঁ। বাতৰি-কাকতত গৰম সম্পাদকীয় প্ৰবন্ধ বা চৰকাৰৰ নিৰ্মম সমালোচনা পঢ়ি যি সকল পাঠকে চৰম উত্তেজনা জনিত তৃপ্তি অনুভৱ কৰে, তেওঁলোকেও এনে ধৰণৰ Vicarious Pleasure পোৱাৰেই পৰিচয় দিয়ে। ই অতি স্বাভাৱিক আৰু ইয়াৰ প্ৰয়োজনো আছে। কিন্তু জীৱনত প্ৰত্যেকটো কথাৰে সীমা থকাৰ দৰে এনে অভিলাসৰো এটা সীমা থকা উচিত। কাৰণ ফুটবল খেলত নিজে নেখেলিও দৰ্শকৰ শাৰীৰ পৰা কেৱল হাত-ভৰি জোকাৰিয়েই নিজৰ উত্তেজনা প্ৰকাশ কৰাৰ এটা যুক্তিসঙ্গত প্ৰয়োজন থাকিব পাৰে, কিন্তু জীৱনৰ বৃহত্তৰ ক্ষেত্ৰত কেৱল এনে পৰোক্ষ অভিজ্ঞতাতে সন্তুষ্ট থাকিলে তাৰ পৰা নিজৰ আৰু লগতে সমাজৰো প্ৰচুৰ ক্ষতি হোৱাৰ সম্ভাৱনা।

সকলো নহয়—কিন্তু এনে বহুতো পাঠক আছে। যিসকলে বাতৰি কাকতত মন্ত্ৰীৰ বা বিষয়াৰ কাম-কাজৰ উগ্ৰ সমালোচনা পঢ়ি প্ৰচণ্ড উত্তেজনা অনুভৱ কৰে। এক অকৰ্মণ্য, কৰ্তব্য-বিমুখ

আৰু দুৰ্নীতিগ্ৰস্ত শাসন-ব্যৱস্থাৰ বিৰুদ্ধে তেওঁৰ মনত দীৰ্ঘদিন ধৰি যি ক্ষোভ আৰু ক্ৰোধ পুঞ্জিত হৈ থাকে, সেই ক্ষোভ বাতৰি কাকতৰ খণ্ডাল লিখনীত ব্যক্ত হোৱা দেখি তেওঁ নিজেও বিৰাট স্বস্তি অনুভৱ কৰে। তেওঁ নিজে যিটো কাম কোনোদিন কৰিব পৰা নাই, অৰ্থাৎ যি দুৰ্নীতিপৰায়ণ মন্ত্ৰী বা বিষয়াক দুটা কথা শুনাই তেওঁ কোনোদিনে শাস্তি দিব পৰা নাই, তেনে লোকসকল বাতৰি-কাকতৰ সমালোচনাৰ দ্বাৰা ক্ষত-বিক্ষত হোৱা দেখি তেওঁ এটা পৰম তৃপ্তি অনুভৱ কৰে। কিন্তু তেওঁ পাহৰি যায় যে বাতৰি-কাকত পঢ়ি স্বস্তি বা তৃপ্তি বা Vicarious Pleasure অনুভৱ কৰাটোৱেই তেওঁৰ একমাত্ৰ উদ্দেশ্য নহয়; তেওঁৰ উদ্দেশ্য হোৱা উচিত এই জাগ্ৰত চেতনা বা উত্তেজনাখিনি সমাজৰপৰা অন্যায় অবিচাৰ দূৰ কৰাত প্ৰয়োগ কৰাটোহে। কিন্তু বেছিভাগ মানুহেই এইখিনিতে ডাঙৰ ভুল কৰে বা দুখজনক ব্যৰ্থতা দেখুৱায়। উত্তেজনা প্ৰদৰ্শন কৰাৰ বাহিৰে তেওঁলোকে নিজে কামত একো নকৰে। তেওঁলোকে এইটো বিচাৰে যে বাতৰি কাকতৰ সমালোচনাৰ কামান গৰ্জনতেই অন্যায়-অবিচাৰৰ দুৰ্ভেদ্য দুৰ্গটো ধূলিসাৎ হৈ পৰক আৰু তেওঁলোকে কেৱল দূৰৰপৰা আনন্দৰ হাত চাপৰি বাওক। কিন্তু বাতৰি কাকতে অকলে এই কাম কেতিয়াও কৰিব নোৱাৰে।—বাতৰি কাকতৰ কাম হ'ল অন্যায়ৰ বিৰুদ্ধে জনমত গঠন কৰা আৰু জনতাৰ লুপ্ত চেতনাক জাগ্ৰত কৰা। বহুতো মানুহে স্বাভাৱিক উপায়েৰে নিজৰ চেতনাক উদ্দীপ্ত কৰিব নোৱাৰি মদ্-ভাং আদি নিচাৰ সহায় লয়, আৰু অৱশেষত গৈ এনে এবিধ নিচাৰ অবিহনে তেওঁলোকে কোনো ধৰণৰ সুস্থ আৰু উত্তেজনাকেই অনুভৱ কৰিব নোৱাৰা হয়। নিচা খাই হোৱা উত্তেজনাৰে কোনো মানুহে কেতিয়াও কোনো স্থায়ী ভাল কাম কৰিব নোৱাৰে। তেওঁৰ সকলো সময় আৰু শক্তি এনে ধৰণৰ নিচা-জনিত উত্তেজনাখিনি উপভোগ কৰাতেই শেষ হৈ যায়। নিচা শাম কাটি আহিলেই তেওঁ আকৌ নতুনকৈ নিচা বিচাৰে। বাতৰি

কাকতৰ গৰম আৰু উত্তেজনাপূৰ্ণ লিখনিৰ প্ৰতি আসক্ত হৈ পৰা পাঠককো এনে ধৰণৰ নিচাখোৱাৰ লগতেই তুলনা কৰিব পাৰি। শব্দৰ নিচাত তেওঁ এনেভাবে আসক্ত হৈ পৰে যে সদায় এই নিচাতেই তেওঁ মতলীয়া হৈ থাকিব খোজে। নিচাখোৰ মদ্‌পীয়ে ঠিক সময়ত মদ্ খাবলৈ নাপালে অস্থিৰ হৈ উঠাৰ দৰে এইবিধ মানুহেও বাৰে বাৰে আনৰ মুখত উত্তেজনাপূৰ্ণ কথা শুনিবলৈ নাপালে হতাশাত ভাগি পৰে। কিন্তু যি মানুহে নিচা-যুক্ত শব্দৰ সহায় নোলোৱাকৈ সমাজৰ অন্যায় অবিচাৰৰ বিৰুদ্ধে কোনো ধৰণৰ উত্তেজনা অনুভৱ কৰিব নোৱাৰে বা যি মানুহে নিজে কামত একো নকৰি বাতৰি কাকতৰ উত্তেজনাপূৰ্ণ লিখনিৰ যোগেদি Vicarious Pleasure হে অনুভৱ কৰিব খোজে, তেনে মানুহৰ উত্তেজনা মদপীৰ উত্তেজনাৰ দৰেই ক্ষণস্থায়ী আৰু নিষ্ফল। দুখৰ কথা যে আজি আমাৰ দেশত এনে-কুৱা মানুহৰ সংখ্যাই বেছি। তেওঁলোকে বিপ্লৱ বিচাৰে, কিন্তু সেই বিপ্লৱৰ স্বপ্ন বাতৰি কাকতলৈ খণ্ডাল চিঠি এখন লিখাৰ মাজতেই সীমাবদ্ধ। তেওঁলোকে অকৰ্মণ্য আৰু দুৰ্নীতিপৰায়ণ মন্ত্ৰীৰ শাস্তি হোৱাটো বিচাৰে কিন্তু সেই একেবোৰ মন্ত্ৰী আৰু এম. এল এ-ই তেওঁলোকৰ ভোটৰ জোৰতে বাৰে বাৰে বিধানসভা বা পাৰ্লিয়ামেণ্টলৈ নিৰ্বাচিত হৈ গৈ থাকে। বিপ্লৱ কেৱল কটা-মৰা বা ভঙা-ছিঙা বা শব্দৰ উত্তেজনা নহয়; বিপ্লৱ হ'ল এটা মানসিক অৱস্থা। বেয়াটোক সলনি কৰি ভাল এটাক প্ৰতিষ্ঠা কৰিবলৈ স্থায়ী আৰু দৃঢ় আকাঙ্ক্ষাই হ'ল এনে মানসিক অৱস্থাৰ মাই লক্ষণ। কিন্তু যি জাতিয়ে বা যি সমাজে এনে এটা স্থায়ী মানসিক অৱস্থাত উপনীত হ'বৰ কাৰণে অবিৰামভাৱে উত্তেজক শব্দৰ নিচা সেৱন কৰাৰ প্ৰয়োজন অনুভৱ কৰে আৰু নিজৰ চিন্তা কৰাৰ আৰু কাম কৰাৰ সকলো দায়িত্ব আনৰ ওপৰত অৰ্পণ কৰি নিজে নিস্তেজ হৈ বহি থাকে, তেনে সমাজে কেতিয়াও "বিপ্লৱৰ জন্ম দিব নোৱাৰে; তেনে সমাজে জন্ম দিয়ে কেৱল হিটলাৰৰ দৰে ৰক্ত-লোলুপ একনায়কৰ।"

(১৭ ফে: ১৯৭১)

# বাংলাদেশৰ যুদ্ধক্ষেত্ৰলৈ গৈছিলো

……So it was that we become an army, not like any army that was before, but an army out of the people and the strength of the people, the one army in all the world where men fought neither for pay nor for power, but for the ways of their fathers and the land of the fathers.

— My Glorious Brother : Howard Fast.

অলপতে আমি কেইজনমানে লগলাগি বাংলাদেশৰ যুদ্ধক্ষেত্ৰলৈ গৈছিলো। আমাৰ সৰু দলটোত আছিল—সাপ্তাহিক নীলাচলৰ সম্পাদক, স্বত্বাধিকাৰী সকলৰ অন্যতম দুজন শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা আৰু শ্ৰীৰমেন দত্তবৰুৱা, আৰু আমাৰ ড্ৰাইভাৰ শ্ৰীসহীৰাম কলিতা। যোৱা পহিলা এপ্ৰিল তাৰিখে দিনৰ বাৰ বজাত আমি বাংলাদেশৰ সীমান্ত অতিক্ৰম কৰি ভিতৰলৈ সোমাই গৈ মৈদাম বি.পি. কেম্পত ভৰি দিলো আৰু স্থানীয় অধিবাসী সকলৰ নব-লব্ধ স্বাধীনতাৰ উৎসৱত যোগ দিলোঁ। ই এক অবিস্মৰণীয় অভিজ্ঞতা।

বাংলাদেশৰ ঘটনাৱলী নিজ চকুৰে ওচৰৰ পৰা চাবৰ মনেৰে আমি যোৱা ৩১ মাৰ্চ তাৰিখে আবেলি গুৱাহাটীৰ পৰা কোচবিহাৰ অভিমুখে যাত্ৰা কৰিলোঁ। পাছদিনা পুৱা ৯ মান বজাত কোচবিহাৰ পাই দেখিলো—আমি আশাকৰা মতে কোচবিহাৰ নগৰত বিশেষ কোনো চাঞ্চল্য নাই। খবৰৰ সন্ধানত নগৰখনত কেইপাকমান ঘূৰি ফুৰোঁতে এটা জনহীন পথত এজন ভদ্ৰলোকৰ ওপৰত আমাৰ চকু পৰিল, আৰু গাড়ী ৰখাই আমি তেওঁক বাংলাদেশৰ বিষয়ে প্ৰশ্ন কৰিলোঁ।

তেওঁ আমাক ক'লে যে বাংলাদেশৰ বিষয়ে সঠিক খবৰ পাবলৈ হলে দিনহাটালৈ যাব লাগিব, কাৰণ দিনহাটাৰ ফৰৱাৰ্ড ব্লকৰ অফিচৰ পৰাই বাংলাদেশৰ মুক্তি-যোদ্ধাসকলৰ লগত ঘনিষ্ঠ যোগাযোগ ৰক্ষা কৰা হৈছে। লগতে তেওঁ নিজৰ পৰিচয় দি ক'লে যে তেওঁ হ'ল কোচবিহাৰ জিলা ফৰৱাৰ্ড ব্লক কমিটিৰ চেক্ৰেটাৰী। তেওঁৰ পৰিচয় শুনি আমি তেওঁকো আমাৰ লগত দিনহাটালৈ যাবলৈ লগ ধৰিলোঁ। তেওঁ আনন্দ মনেৰে ৰাজী হৈ আমাৰ লগত গাড়ীত উঠিল। দহ বজাৰ কিছু আগে আগে আমি দিনহাটাৰ ফৰৱাৰ্ড ব্লকৰ অফিচত গৈ উপস্থিত হলোঁ। তাতে আমাক ফৰৱাৰ্ড ব্লকৰ নেতা শ্ৰীকমল গুহ আৰু অধ্যাপক শ্ৰীহিতেন নাগৰ লগত পৰিচয় কৰি দিয়া হ'ল। শ্ৰীকমল গুহ আছিল ১৯৬৯ চনৰ যুক্তফ্ৰণ্ট মন্ত্ৰীসভাৰ সময়ত পশ্চিমবঙ্গ যুক্তফ্ৰণ্টৰ চীফ্ হুইপ। শ্ৰীনাগে পশ্চিমবঙ্গৰ বিধানসভাৰ যোৱা মধ্যবৰ্তী নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি পৰাজয় বৰণ কৰে।

ফৰৱাৰ্ড ব্লকৰ অফিচত বহি চাহৰ কাপ আগত লৈ আমি শ্ৰীগুহ আৰু নাগৰ লগত বাংলাদেশৰ বিষয়ে আলোচনা কৰি থাকোঁতেই দুজন ডেকা ল'ৰা আহি উপস্থিত হ'ল। সীমান্তৰ সিপাৰৰ পৰা অৰ্থাৎ বাংলাদেশৰ পৰা আহিছে। প্ৰায় পোন্ধৰ মিনিট সময় ধৰি শ্ৰীগুহৰ সহকৰ্মী সকলে ডেকা দুজনক জেৰা কৰিলে। তেওঁলোক কোন ঠাইৰ পৰা আহিছে? কোনটো বাটেৰে আহিছে? চাহ আলমক তেওঁলোকে চিনি পায়নে? তেওঁলোকে লগত কাৰোবাৰ পৰা পৰিচয় পত্ৰ লৈ আহিছেনে? ইত্যাদি প্ৰকাৰে খৰচি মাৰি জেৰা কৰাৰ পাছত তেওঁলোকে সোধা হ'ল—তেওঁলোকে কি বিচাৰি আহিছে? কাপোৰৰ মোনাত লুকুৱাই অনা খালী টিন এটা দেখুৱাই ডেকা দুজনে ক'লে—তেওঁলোকে পেট্ৰল বিচাৰি আহিছে। শ্ৰীগুহৰ নিৰ্দেশ মতে তেওঁলোকক পেট্ৰল দি ওচৰৰ হোটেলত খুৱাই-বুৱাই পুনৰ সীমান্তৰ সিপাৰলৈ ঘূৰাই পঠোৱা হ'ল।

আমি দিনহাটাৰ ফৰৱাৰ্ড ব্লকৰ অফিচত প্ৰায় এঘণ্টা সময়

বহিলোঁ। সেই এঘণ্টা সময়ৰ ভিতৰতে সীমান্তৰ সিপাৰৰ পৰা আৰু প্ৰায় চাৰিটামান দল আহি উপস্থিত হ'ল। প্ৰত্যেকেই সীমান্তৰ সিপাৰৰ পৰা যুদ্ধৰ অগ্ৰগতিৰ বিভিন্ন খবৰ লৈ আহিছে। ঘূৰি যাবৰ সময়ত প্ৰত্যেকেই লৈ গ'ল পেট্ৰল, ঔষধ-পাতি আৰু অস্ত্ৰ-শস্ত্ৰ। লগতে লৈ গ'ল বাংলাদেশৰ মুক্তি-যোদ্ধা সকলৰ প্ৰতি সীমান্তৰ এই পাৰৰ অৰ্থাৎ ভাৰতৰ জনসাধাৰণৰ অকুণ্ঠ সহায় সমৰ্থন আৰু শুভ-ইচ্ছাৰ বাণী। কিছু সময়ৰ ভিতৰতে আমি জানিব পাৰিলোঁ যে সেই অঞ্চলত সীমান্ত বুলি কোনো বস্তুৱেই এতিয়া আৰু নাই; যোৱা কেইদিন মানৰ ভিতৰত সীমা-ৰেখা চিহ্নিত কৰা শিলৰ খুটা-বোৰ ভাঙি পেলোৱা হৈছে। উদ্দেশ্য পাকিস্তানী সৈন্য আগবাঢ়ি আহিলে যাতে সীমান্ত চিহ্ন নেদেখি ভুল কৰি ভাৰতীয় এলেকাত সোমাই পৰে। লগতে আমি এই কথাও জানিলোঁ যে আমি গৈ পোৱাৰ মাত্ৰ আগদিনা অৰ্থাৎ ৩১ মাৰ্চ তাৰিখে দিনহাটাত এখন বিৰাট জনসভা অনুষ্ঠিত হৈছিল, আৰু সেই সভালৈ বাংলাদেশৰ ৰংপুৰ জিলাৰ পৰা প্ৰায় পাঁচশ মানুহ আহিছিল। তেওঁলোকৰ লগত আহিছিল আৱামী লীগৰ দুজন শীৰ্ষস্থানীয় নেতা। তাৰে এজন আছিল পাকিস্তান জাতীয় পৰিষদৰ নব-নিৰ্বাচিত সদস্য। মুঠতে সেই অঞ্চলৰ বাংলাদেশ আৰু পশ্চিমবঙ্গৰ সীমা-ৰেখা নিশ্চিহ্ন হৈ দিনহাটা পৰিণত হৈছে বাংলাদেশৰ স্বাধীনতা সংগ্ৰামৰ এটা প্ৰধান মূল-ঘাটীত। দিনহাটাৰ পৰাই বাংলাদেশৰ মুক্তি যোদ্ধা সকলক অবাধে পেট্ৰল, অস্ত্ৰ-শস্ত্ৰ আৰু বছদ-পাতি আদি অত্যাৱশ্যকীয় বস্তুবোৰৰ যোগান ধৰি থকা হৈছে।

প্ৰায় ১১ মান বজাত আমি বাংলাদেশৰ সীমান্ত অভিমুখে যাত্ৰা কৰিলোঁ। সেই বাটছোৱা দুৰ্গম কাৰণে আমাৰ ফিয়েট গাড়ী এৰি থৈ ফৰৱাৰ্ড ব্লকৰ জীপ গাড়ীত উঠিলোঁ। ড্ৰাইভাৰৰ আসনত বহিল শ্ৰীকমল গুহ। কিছুবাট যোৱাৰ পাচতে বিপৰীত ফালৰ পৰা মটৰ চাইকেলত অহা দুজন ডেকাই আমাৰ গাড়ী বাধি হাঁহি-ভৰা

মুখেৰে আমাক খবৰ দিলে যে আমি এতিয়া ইচ্ছা কৰিলে যিমান দূৰলৈ ইচ্ছা সিমান দূৰলৈকে বাংলাদেশৰ ভিতৰলৈ সোমাই যাব পাৰোঁ, কাৰণ মাত্ৰ আগদিনা ৰাতি এটা বজাত পাকিস্তানৰ সীমান্ত-ৰক্ষী সশস্ত্ৰ পুলিচে মৈদাম পুলিচ চকীটো এৰি থৈ পলাই গুচি গৈছে, আৰু এতিয়া সেই চকী সংগ্ৰাম কমিটিয়ে অৰ্থাৎ বাংলাদেশৰ মুক্তি-যোদ্ধা সকলে দখল কৰি ৰাখিছে। এই খবৰ শুনি আমি দ্বিগুণ উৎসাহ আৰু উত্তেজনাৰে মৈদাম অভিমুখে আগবাঢ়িলোঁ। কিছুদূৰ গৈয়েই আমি ভাৰতৰ সীমান্ত অতিক্ৰম কৰি স্বাধীন বাংলাদেশৰ মাটিত ভৰি দিলোঁ। তাতে জীপ গাড়ী এৰি থৈ আমি আহুধানৰ পথাৰৰ মাজেৰে খোজকাঢ়ি পাকিস্তানী সৈন্যৰ দ্বাৰা পৰিত্যক্ত মৈদাম বি.পি. কেম্প্ লক্ষ্য কৰি আগবাঢ়িলোঁ। ওচৰৰ গাওঁৰ আনন্দ-মুখৰ জনতায়ো আমাৰ অভিযানত যোগ দিলে। কিছু বাট আগবঢ়াৰ পাচত আমাৰ চকুত পৰিল অদূৰত মৈদাম বি.পি. কেম্প্—য'ত ভাৰতৰ ফালে বন্দুক টোৱাই পাকিস্তানৰ সীমান্ত পহৰা দি থকা পাকিস্তানী সশস্ত্ৰ পুলিচৰ পৰিবৰ্তে আমাৰ চকুত পৰিল ৰুদ্ধশ্বাস উত্তেজনাৰে আমাৰ কাৰণে অপেক্ষা কৰি থকা প্ৰায় পাঁচশমান বাংলা-দেশৰ মুক্ত মানুহ, এক নতুন মুক্ত জীৱনৰ সূৰ্য্যোদয়ৰ অৰুণ-জ্যোতিত যি সকলৰ চকু-মুখ উদ্ভাসিত। আমি মৈদাম কেম্পত ভৰি দিয়াৰ লগে লগে উত্তেজিত জনতাই আমাক আগুৰি ধৰিলে। দলৰ নেতা সকলক এফলীয়া কৰি লৈ আমি তেওঁলোকৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলোঁ। নেতা সকলৰ ভিতৰত এজন আছিল স্থানীয় সংগ্ৰাম কমিটিৰ চেক্ৰেটাৰী আৰু আনজন স্থানীয় ইউনিয়নৰ (আমাৰ পঞ্চায়ত) সভাপতি। তেওঁলোকে আমাক ক'লে যে মৈদাম পুলিচ চকীত পোন্ধৰজন পাকিস্তানী সশস্ত্ৰ পুলিচ আছিল। তাৰে সাতজন পশ্চিম পাকিস্তানী আৰু আঠজন বঙালী। স্থানীয় মানুহে যোৱা এসপ্তাহ ধৰি কেম্পটোৰ ওপৰত চোকা নজৰ ৰাখি আছিল। ৩১ মাৰ্চ তাৰিখে গধূলি সাতজন পশ্চিম পাকিস্তানী পুলিচে আঠজন

বঙালী পুলিচৰ পৰা অস্ত্ৰ-শস্ত্ৰ কাঢ়ি ললে আৰু ৰাতিৰ আন্ধাৰৰ আৱৰৈ প্ৰায় এটা মান বজাত কেম্প্‌টোৰ সকলো অস্ত্ৰ-শস্ত্ৰ বঙালী পুলিচ কেইজনৰ পিঠিত বোজা দি পলাই গুচি গ'ল। ৰাতিপুৱা ওচৰৰ গাৱঁৰ মানুহে আহি কেম্প্‌টো দখল কৰিলে। তাত থকা আন্‌চাৰ বাহিনীৰ লোক সকলকো আমি স্থানীয় লোকৰ লগত সহযোগ কৰা নিজ চকুৰে দেখা পালোঁ। সেই কেম্প্‌ত আমি দুঘণ্টা মান সময় থাকি স্থানীয় সংগ্ৰাম কমিটীৰ চেক্ৰেটাৰীৰ ইণ্টাৰভিউ ল'লো আৰু আমাৰ টেপ্‌ ৰেকৰ্ডাৰত তেওঁৰ কথাবোৰ ধৰি ৰাখিলোঁ। লগতে সেই কেম্প্‌ৰ ৩২ খন মান ফটোও ললোঁ। কেম্প্‌ এৰি আহিবৰ সময়ত স্থানীয় লোকসকলে আমাক স্বাধীন বাংলাদেশৰ এখন পতাকা উপহাৰ দিলে, আৰু আমাক ঘেৰি ধৰি জয়ধ্বনি দিলে—

তুই বাংলা দিচ্ছে ডাক্ ইয়াহিয়া খাঁ নিপাত যাক্।
তুই বাংলা দিচ্ছে ডাক্ চেখ্ মুজিবুৰ জিন্দাবাদ।

প্ৰায় দুটা মান বজাত আমি স্বাধীন বাংলাদেশৰ মাটি এৰি থৈ দিনহাটালৈ ঘূৰি আহিলোঁ, বাটতে ভাৰতীয় সীমান্তৰক্ষী পুলিচ চকীত সোমাই কিছু সময় জিৰণি ললোঁ। তাতে শ্ৰীগিল্ নামৰ ভাৰতীয় কমাণ্ডেণ্ট্‌জনে আমাক চাহ আৰু ফল-বিস্কুট খুৱাই আপ্যায়িত কৰিলে।

তিনিটা মান বজাত আমি দিনহাটাত জিৰণি লৈ আমাৰ টেপ্‌ ৰেকৰ্ডাৰৰ কথাবোৰ এম্‌প্লিফায়াৰৰ যোগেদি স্থানীয় মানুহক শুনাই থাকোঁতেই সীমান্তৰ সিপাৰৰ পৰা আকৌ দুজন মান কটকী আহি উপস্থিত হ'ল। তেওঁলোকে খবৰ দিলে যে আগদিনা ৰাতি মৈদাম বি. পি. কেম্প্‌ৰ পৰা পলাই যোৱা পাকিস্তানী সৈন্য কেইজনক লালমণিৰ হাটৰ ওচৰত দেখা গৈছে, আৰু তেওঁলোকে স্থানীয় মানুহৰ ওপৰত গুলী চলাইছে। তেওঁলোকক ধৰিব পাৰিলে বাংলাদেশৰ মুক্তি-যোদ্ধা সকলৰ কাৰণে প্ৰায় বিশহাজাৰ বুলেট উদ্ধাৰ কৰিব

পৰা যাব। সকলোৰে সন্দেহ যে এই বিশহাজাৰ বুলেট পাকিস্তানী সৈন্যসকলে লগত লৈ যাব পৰা নাই; নিশ্চয় ওচৰতে হাবিত গাঁত খান্দি পুতি থৈ গৈছে। বাংলাদেশৰ মুক্তি-যোদ্ধাসকলৰ কাৰণে এতিয়া, এটা বুলেটৰ মূল্য এক কিলোগ্ৰাম সোণতকৈও বেছি। খবৰটো শুনিয়েই দিনহাটাৰ কেইবাজনো ৰাজনৈতিক কৰ্মীয়ে বাংলাদেশৰ মুক্তি-যোদ্ধা কেইজনৰ লগতে আমি ব্যৱহাৰ কৰা জীপখনতে পুনৰ লালমণিৰ হাটলৈ ঢাপলি মেলিলে। লগত লৈ গ'ল চাবি বাকচ অস্ত্ৰ-শস্ত্ৰ আৰু খাৰ-বাৰুদ। আমাকো তেওঁলোকে লগত যাবলৈ অনুৰোধ কৰিছিল, কিন্তু প্ৰবল ইচ্ছা থকা সত্ত্বেও আমি যাব নোৱাৰিলোঁ, কাৰণ যোৱা হ'লে আমি আমাৰ অভিজ্ঞতাৰ এই কথাখিনি সাত এপ্ৰিলৰ নীলাচলত পাঠকসকলৰ আগত দাঙি ধৰিবলৈ সময় নাপালোঁহেঁতেন আমাৰ বিশ্বাস যে আমি গুচি অহাৰ পাচতে পাকিস্তানী পুলিচ কেইজন নিশ্চয় ধৰা পৰিছে, আৰু বাংলাদেশৰ মুক্তি-যোদ্ধাসকলক দমন কৰিবলৈ মজুত কৰি ৰখা বিশ্ হাজাৰটা বুলেট এতিয়া স্বাধীন সংগ্ৰামৰ অমোঘ অস্ত্ৰ হিচাপে ব্যৱহাৰ হৈছে।

বাংলাদেশৰ মুক্ত অঞ্চলৰ অৰ্থাৎ ৰংপুৰ জিলাৰ কুৰিগ্ৰাম মহকুমাৰ মৈদাম বি. পি. কেম্প্‌ত আমি যি তিনি ঘণ্টা সময় আছিলোঁ, সেই তিনি ঘণ্টা সময়ৰ ভিতৰতে আমি বহু কথাই শুনিলোঁ আৰু নিজ চকুৰেই দেখিলোঁ যে ৰংপুৰ চহৰক বাদ দি সমগ্ৰ ৰংপুৰ জিলা মুক্ত অঞ্চলত পৰিণত হৈছে, এতিয়া তাত পশ্চিম পাকিস্তানৰ দখল বা শাসনৰ কোনো অস্তিত্ব নাই। আমি প্ৰত্যক্ষদৰ্শীৰ মুখৰ পৰাই শুনিলোঁ, —ৰংপুৰ চহৰত পাকিস্তানী সৈন্যই কেনেকৈ অমানুষিক অত্যাচাৰ আৰম্ভ কৰিছে আৰু বাংলাদেশৰ ভাই-ভনীসকলৰ সতীত্ব আৰু সন্মান নষ্ট কৰিছে। এজন প্ৰত্যক্ষদৰ্শীয়ে ক'লে—মাত্ৰ দুদিন মানৰ আগতে ৰংপুৰ চহৰৰ মণ্টুবাবু নামৰ এজন বৃদ্ধ হোমিওপেথি ডাক্তৰৰ ঘৰলৈ ৰাতি কেইজনমান পাকিস্তানী সৈন্যই আহি তেওঁৰ গাভৰু

জীয়েকক নিজা কেম্প্‌লৈ লৈ গ'ল আৰু গোটেই ৰাতি পাশৱিক অত্যাচাৰ কৰি ৰাতিপুৱা ছোৱালীজনীৰ ৰক্তাক্ত অৰ্ধমৃত দেহটো বাপেকক ঘূৰাই দি গ'লহি। আমি শুনিলোঁ।—বাংলাদেশৰ গাঁৱে গাঁৱে কাৰ্ফিউ জাৰী কৰাৰ একমাত্ৰ উদ্দেশ্য হ'ল সেই সুযোগতে মানুহৰ ভঁৰালৰ ধান-চাউল অপহৰণ কৰা। খাদ্যৰ অভাৱত পৰি পাকিস্তানী সৈন্যসকলে এতিয়া গাঁৱে গাঁৱে লুটপাট আৰম্ভ কৰিছে। সিহঁতে ঘৰৰ বা ভঁৰালৰ ধান চাউল যি পাৰে লৈ যায়, নোৱাৰাখিনি জুই দি ভস্ম কৰি থৈ যায়। আমি শুনিলোঁ,—বাংলাদেশত স্বাধীন বাংলা চৰকাৰৰ পূৰ্ণ কৰ্তৃত্ব প্ৰতিষ্ঠিত হোৱাৰ পাচত সেই দেশৰ সাধাৰণ জনতাই মৌলানা ভাচানীক কাটি টুকুৰা-টুকুৰ কৰি পেলাব, কাৰণ চীনৰ উগ্ৰ সমৰ্থক এই নেতাজনে মুখেৰে বাংলাদেশৰ স্বাধীনতাৰ সংগ্ৰামক সমৰ্থন কৰিলেও গোপনে তাৰ বিৰোধীতা কৰিবলৈ চেষ্টা কৰি আছে। আমি এই কথাও শুনিলোঁ যে ভাৰতৰ সীমান্তবৰ্তী অঞ্চল ধনী মুছলমান লোকসকলে বাংলাদেশৰ স্বাধীনতাৰ সংগ্ৰামক ভাল চকুৰে চোৱা নাই, কাৰণ সাম্প্ৰদায়িক মনোভাৱত নিমজ্জিত এই লোকসকলে সমীপৱৰ্তী ইছলামিক ৰাষ্ট্ৰ এখন দুৰ্বল হৈ পৰাতো বা বাংলাদেশত এখন ধৰ্ম-নিৰপেক্ষ ৰাষ্ট্ৰ প্ৰতিষ্ঠিত হোৱাটো নিবিচাৰে।

আমি বহুত কথাই শুনিলোঁ আৰু দেখিলোঁ।—কিন্তু যিটো কথা আটাইতকৈ বেছিকৈ দেখিলোঁ আৰু আটাইতকৈ বেছিকৈ শুনিলোঁ, —সেইটো হৈছে এই যে বাংলাদেশৰ জনসাধাৰণৰ মুক্তি-কামনাই বঙ্গোপসাগৰৰ উন্মত্ত ঘূৰ্ণি-বতাহৰ ৰূপ লৈছে, তাক বাধা দিবলৈ বা শান্ত কৰিবলৈ কাৰো সাধ্য নাই। সেই ঘূৰ্ণি-বতাহে দমন-শক্তিৰে সমস্ত বাধা-বিঘিনি মহটিয়াই ভাঙি মষিমূৰ কৰি দিব আৰু এৰি থৈ যাব নতুন সৃষ্টিৰ কঠিয়া সিঁচিবৰ কাৰণে অগণিত মানুহৰ ৰক্ত-ধৰাৰে সাৰুৱা হৈ উঠা এক নতুন বাংলাদেশ। ইতিহাসত মাজে মাজে এনে একোটা সময় আহে—যেতিয়া সমস্ত আকাশ ৰক্তিম কৰি এক নতুন চেতনাৰ সূৰ্য্য অগ্নি-গোলকৰ দৰে জ্বলন্ত হৈ উঠে,

আৰু তাৰ পোহৰত অতি নগণ্য আৰু সামান্য মানুহবোৰৰ মুখবোৰো অপূৰ্ব ৰূপত উদ্ভাসিত হৈ উঠে। তুচ্ছ প্ৰাত্যহিকতা কাৰাগাৰত বন্দী সৰু সৰু ধূলি-ধূসৰিত মানুহবোৰেও সেই সময়ত এক নতুন মহিমাৰ শীৰ্ষ-বিন্দু স্পৰ্শ কৰে আৰু নতুন অগ্নি-কবচ ধাৰণ কৰে। কেইবা হাজাৰ বছৰৰ আগতে জদিয়াৰ শান্তশিষ্ট ইহুদীসকলে যেতিয়া গ্ৰীক পশু-শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰিছিল, ৰোমান দাসসকলে যেতিয়া গৰ্বান্ধ ৰোমান সম্ৰাটৰ বিৰুদ্ধে মূৰ দাঙি বিদ্ৰোহ কৰি উঠিছিল, সেই তেতিয়াৰ পৰা আৰম্ভ কৰি বেষ্টিল কাৰাগাৰ ভাঙি চূৰ্ণীকৃত কৰি দিয়া ক্ষুধাতুৰ ফৰাচী জনতা, আলজিৰিয়াৰ মুক্তি-সংগ্ৰামত আত্মাহুতি দিয়া লাখ লাখ মুক্তি-যোদ্ধা ভাৰতৰ স্বাধীনতা-সংগ্ৰামৰ অহিংস বীৰ সেনানীসকল আৰু ভিয়েটনামৰ ৰক্তবীজৰ বংশধৰ অমিত-বীৰ্য্য মুক্তি-যোদ্ধা সকললৈকে ইতিহাসৰ যুগে যুগে এই একে ঘটনা দেখা গৈছে। হাৱাৰ্ড ফাষ্টে তেওঁৰ Mr. Glorious Brothers নামৰ বিখ্যাত উপন্যাসখন উচৰ্গা কৰিছে—To all men···who have laid down their lives to that ancient and unfinished struggle for human freedom and dignity—অৰ্থাৎ সেইসকল লোকলৈ, যি সকলে মানুহৰ মুক্তি আৰু অসমাপ্ত যুদ্ধত অংশ গ্ৰহণ কৰি আহিছে। সঁচাকৈয়ে মানুহৰ মুক্তিযুদ্ধৰ এতিয়াও সমাপ্তি ঘটা নাই। সেই অসমাপ্ত যুদ্ধৰ এটা গৌৰৱময় ৰক্তাক্ত অধ্যায় এতিয়া চলিব লাগিছে বাংলাদেশৰ বুকুত। এইখিনিতে আমি এটা কথা ভালকৈ মনত ৰখা দৰকাৰ। স্বাধীনতাৰ কোনো সীমান্ত নাই, স্বাধীনতাক খণ্ড খণ্ডকৈ ভাগ কৰিব নোৱাৰে। পৰাধীনতাৰ বিৰুদ্ধে হোৱা যিকোনো সংগ্ৰামেই সমগ্ৰ মানৱ জাতিৰ উমৈহতীয়া সংগ্ৰাম। কচুঠৰ ভাষাৰে কবলৈ গ'লে—The cause of freedom is identified with the destinies of humanity, and in whatever part of the world it gains ground, by and by it will be a common gain to

all who desire it.—অৰ্থাৎ মানৱ-জাতিৰ লক্ষ্য বা বাক্যৰ লগত স্বাধীনতাৰ আদৰ্শ অবিচ্ছেদ্যভাৱে জড়িত, আৰু পৃথিৱীৰ যি অংশতেই এই সংগ্ৰাম নচলক কিয়—ক্ৰমে ক্ৰমে ই স্বাধীনতাকামী সকলো মানুহৰ উমৈহতীয়া লাভত পৰিণত হব। ই এটা সীমাহীন লজ্জা আৰু দুৰ্ভাগ্যৰ কথা যে বাংলাদেশৰ এই বীৰত্বপূৰ্ণ মুক্তি সংগ্ৰামৰ প্ৰতি এই মুহূৰ্ততো বিশ্বৰ বেছিভাগ দেশেই নিৰ্বিকাৰ হৈ আছে। যি মুহূৰ্তত বাংলাদেশৰ লাখ লাখ নিৰস্ত্ৰ মুক্তি-যোদ্ধাই বৰ্বৰ পশ্চিম পাকিস্তানী সৈন্যবাহিনীৰ নিৰ্মম মাৰণাস্ত্ৰৰ হাতত প্ৰাণ দিছে, বাংলাদেশৰ এজন কবিয়ে কোৱাৰ দৰে যি মুহূৰ্তত সমগ্ৰ বাংলাদেশৰ কোমল মাটিয়েই এক বিৰাট ব্লাডবেংকত পৰিণত হৈছে, বহু শতাব্দীৰ আগতে চেঙ্গিজ খাঁ, তৈমুৰ লং আৰু আটিলাৰ বিজয়ী সৈন্যবাহিনীয়ে পৰাজিত দেশবোৰত কৰাৰ দৰে যি মুহূৰ্তত উন্মত্ত পাকিস্তানী সৈন্য-বাহিনীয়ে বাংলাদেশৰ ঘৰে ঘৰে অগণিত তিৰোতাৰ নিজৰ কামাগ্নিৰ ইন্ধন হিচাপে ব্যৱহাৰ কৰিছে, সেই মুহূৰ্তত বিশ্বৰ বিভিন্ন ৰাজধানীত ধুৰন্ধৰ ৰাষ্ট্ৰনায়ক সকলে ৰাজনীতিৰ তুলাচনীৰে জুখিবলৈ চেষ্টা কৰিছে—কোন পক্ষৰ হৈ মাত মাতিলে ভৱিষ্যতে লাভৰ পাল্লা ওজনত বেছি গধুৰ হব। যি তথাকথিত 'মুক্ত পৃথিৱীয়ে' হাঙ্গেৰীত ৰাছিয়ান সৈন্য-বাহিনীৰ হস্তক্ষেপত গৰ্জি উঠিছিল, সেই মুক্ত পৃথিৱী আজি বাংলাদেশৰ মুক্তি-সংগ্ৰাম সম্পৰ্কে নীৰৱ। যি কমিউনিষ্ট ৰাছিয়াই নিজকে উপনিবেশবাদৰ বিৰুদ্ধে বিশ্বব্যাপী হোৱা সংগ্ৰামৰ ধ্বজাবাহক বুলি ৰবাই কৰে, সেই ৰাছিয়াও আজি ৰাজনৈতিক লাভ-ক্ষতিৰ হিচাপ কৰাত ব্যস্ত। অৱশ্যে আমাৰ মনত আছে যে ষ্টালিনৰ নেতৃত্বত এই ৰাছিয়াই এদিন আবিছিনিয়াৰ স্বাধীনতা অপহৰণ কৰিবলৈ ১৯৩৪ চনত মুচোলিনিক অস্ত্ৰ দি সহায় কৰিছিল। আজি যি বন্দুক-বাৰুদ, টেঙ্ক আৰু চেবাৰ-জেট্ বিমানৰ সহায়েৰে পশ্চিম পাকিস্তানে বাংলাদেশৰ মানুহক কুকুৰ-মেকুৰীৰ দৰে নিৰ্মমভাৱে হত্যা কৰিছে—সেইবোৰ অস্ত্ৰ-শস্ত্ৰ আহিছে বিশ্বৰ অগণিত

মুক্তি-যোদ্ধাৰ তেজেৰে ৰাঙলী আমেৰিকা যুক্তৰাষ্ট্ৰৰ হাতৰপৰা। বাংলাদেশৰ স্বাধীনতা সংগ্ৰামৰ প্ৰতি বিশ্বৰ এই চৰম উদাসীনতা ইতিহাসৰ এটা দুৰপণেয় কলঙ্ক; এই কলঙ্কৰ প্ৰায়শ্চিত্ত এদিন সকলোৱে কৰিবই লাগিব।

কিন্তু কোনেও একো নকৰিলেও আমি ভাৰতৰ মানুহে এই দৃশ্য নীৰৱে হাত সাবটি চাই থাকিব নোৱাৰোঁ। দ্বিতীয় বিশ্বযুদ্ধৰ পিচতে সমগ্ৰ এচিয়া আৰু আফ্ৰিকাত যি দেশতেই স্বাধীনতাৰ যুদ্ধ চলিছে তাতেই আমি সহায়-সমৰ্থন আগবঢ়াইছোঁ। জাপানে যেতিয়া চীনৰ ওপৰত বৰ্বৰ আক্ৰমণ চলাইছিল তেতিয়া ৰবীন্দ্ৰনাথৰ কণ্ঠত বজ্ৰ নিৰ্ঘোষ স্বৰেৰে ধ্বনিত হৈ উঠিছিল সমগ্ৰ ভাৰতবৰ্ষৰ প্ৰতিবাদৰ বাণী। আধুনিক কালত ভাৰতবৰ্ষই হ'ল বিশ্বৰ সমস্ত মুক্তি-সংগ্ৰামৰ ঘাই হোতা আৰু অগ্ৰদূত। আজি পৃথিৱীৰ আন কোনো দেশে নকৰিলেও ভাৰতবৰ্ষই বাংলাদেশৰ স্বাধীনতাৰ সংগ্ৰামক পৰিপূৰ্ণভাৱে সহায় সমৰ্থন কৰিবলৈ আগবাঢ়ি আহিব লাগিব, কাৰণ ই হ'ল আমাৰ দেশৰ অপৰিহাৰ্য্য ঐতিহাসিক ভূমিকা। তদুপৰি বাংলাদেশ আমাৰ বেৰে বেৰে লাগি থকা নিকটতম প্ৰতিবেশী, সেই দেশৰ লাখ লাখ মানুহ আহি আমাৰ অসমকেই নিজৰ দেশ বুলি গ্ৰহণ কৰি ইয়াত পুৰুষানুক্ৰমে বাস কৰি আছে। সেই স্বাধীনতাৰ দাবীত যদি আমি নিজৰ কণ্ঠ যোগ নিদিওঁ, তেন্তে সি হ'ব মানুহৰ-স্বাধীনতা আৰু মৰ্য্যাদাৰ আদৰ্শৰ প্ৰতি চৰম বিশ্বাসঘাতকতা।

(৭ এপ্ৰিল, ১৯৭১)

---

# পাপ আৰু প্ৰায়শ্চিত্ত

ভূমিকম্পত ত্ৰিশমহলীয়া পকী ঘৰ এটা ভাগি পৰিলে যি কাণ-তাল-মৰা শব্দ হুলস্থুল আৰু আতংকৰ সৃষ্টি হব পাৰে, ভাৰতৰ সম্প্ৰতি সেই অৱস্থাৰ সৃষ্টি হৈছে। কেন্দ্ৰীয় মন্ত্ৰীসভাৰ লগত আলোচনা নকৰাকৈয়ে জৰুৰী অৱস্থাৰ ঘোষণা ; হাজাৰ হাজাৰ মানুহক বলপূৰ্বক বন্ধ্যাকৰণৰ লোমহৰ্ষক কাহিনী ; সঞ্জয়-বংশীলাল-শুক্লা পাপ-চক্ৰৰ ফেচিষ্ট কাৰ্য্যকলাপ ; হিটলাৰৰ প্ৰচাৰমন্ত্ৰী গোৱেবলছকো চেৰ পেলাই যোৱাকৈ ভাৰতীয় একনায়কত্ববাদী চৰকাৰৰ স্বাৰ্থত প্ৰচাৰ-মাধ্যমৰ অপব্যৱহাৰ ; নাগৰৱালা আৰু মাৰুতী কেলেংকাৰীৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ চৰকাৰী তদন্তৰ ঘোষণা, প্ৰাক্তন আইনমন্ত্ৰী শ্ৰীগোখলেৰ বিৰুদ্ধে উচ্চতম ন্যায়ালয়ৰ বাৰ কাউন্সিলৰ তদন্তৰ প্ৰস্তুতি—এই প্ৰত্যেকটো তথ্য-উন্মোচন আৰু ঘোষণাই সমগ্ৰ দেশ জুৰি এটাৰ পিছত এটাকৈ প্ৰচণ্ড জোকাৰণি তুলিছে, আৰু প্ৰত্যেকটো জোকাৰণিৰ লগে লগে অন্যায় আৰু পাপাচাৰৰ প্ৰতীক এটা বিৰাট সৌধ হুৰমূৰকৈ ভাগি পৰিছে। তাৰ ধ্বংসস্তূপৰ তলত চিৰকালৰ কাৰণে ধূলিস্যাৎ হৈ গৈছে বহুতো স্বাৰ্থান্ধ ৰাজনীতিক আৰু তেওঁলোকৰ বহতীয়াসকলৰ খ্যাতি, প্ৰতিপত্তি আৰু ৰাজনৈতিক জীৱন। এই ধ্বংস-স্তূপ পৰিষ্কাৰ কৰি ভাৰতৰ ৰাজনৈতিক জীৱন নিকা কৰিবলৈ নতুন চৰকাৰৰ যথেষ্ট সময় লাগিব।

দেৱকান্ত বৰুৱা

অসমৰ কাৰণে পৰম দুৰ্ভাগ্যৰ কথা যে এই ৰাজ্যৰ যিজন মানুহে সৰ্বপ্ৰথমবাৰৰ কাৰণে কংগ্ৰেছ সভাপতিৰ নিচিনা উচ্চতম বিষয়-বাবটো পাই সৰ্বভাৰতীয় নেতৃত্বৰ সুযোগ পাইছিল আৰু অসমক

গৌৰৱান্বিত কৰি তুলিছিল, তেৱেঁই আজি কংগ্ৰেছৰ নিচিনা এটা বিৰাট অনুষ্ঠানৰ বিনষ্টিৰ অন্যতম মূল কাৰণ বুলি প্ৰমাণিত হৈছে, আৰু অসমে গৌৰৱ বোধৰ পৰিবৰ্তে লাজ আৰু অপমানত মাথা নত কৰিবলগীয়া হৈছে। ভৱিষ্যতৰ ইতিহাসে যদি কেতিয়াবা তেওঁক স্মৰণ কৰে, তেন্তে কৰিব কেৱল এই কাৰণেই যে শাসক-দলৰ সভাপতিৰ নিচিনা সম্মানিত পদ এটাত অধিষ্ঠিত হৈ তেৱেঁই সৰ্বপ্ৰথমে ইন্দিৰা গান্ধীকে ভাৰত বুলি ঘোষণা কৰি নিৰ্লজ্জতম ব্যক্তি-পূজাৰ সূচনা কৰিছিল আৰু তাৰ দ্বাৰাই একনায়কত্ব বাদৰ পথ সুগম কৰি তুলিছিল ; কৰিব কেৱল এই কাৰণেই যে নব-জাগ্ৰত ভাৰতৰ বাণী মূৰ্তি জয়প্ৰকাশ নাৰায়ণে তেওঁক অভিহিত কৰিছিল "কৰ্ট জেষ্টাৰ" বা "ৰজাৰ (ৰাণীৰ ?) বহুৰা" বুলি। তেওঁৰ স্মৃতিৰ লগত এই আখ্যা বজ্ৰ-লেপৰ দৰে চিৰকাল লাগি থাকিব আৰু সি অসমবাসীৰ কাৰণে চিৰকাল বেদনাৰ কাৰণ হৈ থাকিব। টমাছ্ পেইনে যিসকল মানুহৰ বিষয়ে কৈছিল—"Such men must have the hearts of cowards and the spirit of sycophants"—অৰ্থাৎ "এনেবোৰ মানুহৰ হৃদয় কাপুৰুষৰ নিচিনা আৰু মানসিকতা মো-চাহেবৰ নিচিনা"—দেৱকান্ত বৰুৱা আৰু তেওঁৰ সাংগো-পাংগ সকলক ভৱিষ্যতৰ ইতিহাসে তেনেকুৱা মানুহ বুলিয়েই স্মৰণ কৰিব। কেন্দ্ৰত নতুন চৰকাৰ প্ৰতিষ্ঠিত হোৱাৰ লগে লগে উদ্‌ঘাটিত হোৱা তথ্যবোৰে এই সত্যকেই প্ৰমাণিত কৰিব ধৰিছে।

---

## জৱাহৰ নগৰ কংগ্ৰেছ অধিবেশন

অসমৰ গুৱাহাটীত অনুষ্ঠিত হোৱা কংগ্ৰেছ অধিবেশনেই কংগ্ৰেছৰ পতন-মুখী গতি আৰম্ভ হৈছিল। সেই অধিবেশন আছিল আচলতে সঞ্জয়গান্ধীৰ 'প্ৰিন্স অফ্ ওৱেল্‌ছ' বা যুৱৰাজ হিচাপে অভিষেক উৎসৱ। অধিবেশনৰ সমাপ্তিৰ পিছত সগৰ্বে ঘোষণা কৰা হৈছিল যে উত্তৰ-পূৱ ভাৰতৰ পাৰ্বত্য জনজাতীয় ৰাজ্যকেইখনক কংগ্ৰেছৰ প্ৰভাৱলৈ

আন ৰাষ্ট্ৰৰ মূল ৰামায়ণ লিখাৰ দৰে আগতীয়াকৈয়ে সেই বিৰাট 'কৃতিত্বৰ' দাবী কৰিছিল দেৱকান্ত বৰুৱাই। কিন্তু অৰুণাচল, মিজোৰাম, নাগালেণ্ড আৰু মেঘালয়ে নিৰ্বাচনত কংগ্ৰেছ-প্ৰাৰ্থীক প্ৰত্যাখ্যান কৰি জৱাহৰ নগৰ কংগ্ৰেছৰ সেই দাবীক ইতিহাসৰ এটা নিৰ্মম বিদ্ৰূপত পৰিণত কৰিলে। ভাগ্যৰ আৰু এটা নিৰ্মম পৰিহাস হ'ল এই যে কেন্দ্ৰত অকংগ্ৰেছী চৰকাৰ প্ৰতিষ্ঠিত হোৱাৰ পিছত ভাৰতৰ যিখন ৰাজ্যত সৰ্বপ্ৰথমে কংগ্ৰেছ চৰকাৰৰ পতন ঘটিল, সেই ৰাজ্যখন হ'ল জৱাহৰ নগৰে 'সাত-বাই-ভনী' ৰূপে একত্ৰিত কৰা অন্যতমা ভনী ত্ৰিপুৰা ৰাজ্য। কংগ্ৰেছৰ জৱাহৰ নগৰ অধিবেশনতেই আৰু এটা মাৰাত্মক দুৰ্লক্ষণ স্পষ্টভাৱে প্ৰকট হৈছিল; সেইটো আছিল শাসক-দলৰ লগত চৰকাৰী প্ৰশাসন যন্ত্ৰক একাকাৰ কৰি পেলোৱাৰ অবাঞ্ছনীয় অপচেষ্টা। যিবোৰ দেশত এটা মাত্ৰ দলৰ একনায়কত্ববাদী শাসন প্ৰচলিত আছে, তেনেবোৰ দেশত এই ধৰণৰ কাম উচিত বা শোভনীয় হব পাৰে; কিন্তু সংসদী গণতন্ত্ৰৰ নীতি আৰু আদৰ্শৰ লগত তেনে কাম সমূলি খাপ নাখায়। ৰাজ্য চৰকাৰৰ সমস্ত প্ৰশাসন-যন্ত্ৰটোক দলীয় অধিবেশনৰ কামত ব্যৱহাৰ কৰি অসম চৰকাৰে জন-মানসত যি বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে আৰু এটা অবাঞ্ছনীয় দৃষ্টান্তৰ সৃষ্টি কৰিলে, কংগ্ৰেছে তাৰ পৰিণাম যোৱা নিৰ্বাচনত নিদাৰুণভাৱে ভুগিব লগা হ'ল।

কংগ্ৰেছ যে জনতাৰ হৃদয়ৰ পৰা কিমান দূৰ আঁতৰি গৈছিল, তাৰ আৰু এটা নিৰ্ভুল প্ৰমাণ বা প্ৰতীক হ'ল জৱাহৰ নগৰ অধিবেশন উপলক্ষে নিৰ্মিত দুটা প্ৰাসাদোপম অতিথি-গৃহ। ৰাজধানী দিছপুৰৰ ওচৰতে ৰাজ্য চৰকাৰক এটা বা একাধিক স্থায়ী অতিথি-গৃহ লাগে,— সাধাৰণ অৱস্থাত সেইটো নিৰ্মাণ কৰাত আপত্তিৰ একো স্থল নাই। কিন্তু এটা বিশেষ পৰিস্থিতিত এই অতিথি-গৃহ কংগ্ৰেছ দলৰ নৈতিক ভণ্ডামীৰ প্ৰতীক চিহ্নত পৰিণত হৈছে। কংগ্ৰেছ অধিবেশন অনুষ্ঠিত হোৱা জৱাহৰ নগৰৰ গাতে লাগি থকা বাখ্ৰা পাৰা বুলি এখন গাওঁ

আছে। গাওঁখনৰ সৰহ ভাগেই দৰিদ্ৰ কছাৰী আৰু মিকিৰ মানুহ। এই মানুহবোৰক অৰ্থনৈতিক শোষণৰ পৰা মুক্ত কৰিবলৈকে আৰু তেওঁলোকৰ চিৰ অন্ধকাৰ জীৱনলৈ পোহৰ আনিবলৈকে বোলে কংগ্ৰেছৰ জৱাহৰ নগৰ অধিবেশনত নানা আলোচনা-বিলোচনা চলিছিল। কংগ্ৰেছ অধিবেশন শেষ হৈ যোৱাৰ পিছত এদিন সেই মানুহবোৰৰ মনৰ ভাৱ-গতিৰ বুজ লবলৈ বাখৰা পাবলৈ গৈছিলো। অসম চৰকাৰে ১৯৭৬ চনত প্ৰকাশ কৰা চৰকাৰী কেলেণ্ডাৰখনৰ ছবিবোৰ যদি কাৰোবাৰ মনত আছে, তেন্তে তাত প্ৰকাশিত এই ছবিখনৰ কথা তেওঁৰ মনত পৰিব। মানুহজনৰ নাম কাতিৰাম মিকিৰ। অসমৰ মুখ্যমন্ত্ৰীয়ে যি সকল নতুন 'ভি. আই. পি.'ৰ সৃষ্টি কৰিছিল, তেওঁ আছিল সেই সকলৰ অন্যতম। শ্ৰীমতী গান্ধীৰ প্ৰধানমন্ত্ৰীত্বৰ দহ বছৰ পূৰ্ণ হোৱা উপলক্ষে দিছপুৰত আয়োজিত চৰকাৰী উৎসৱ উদ্বোধন কৰিছিল এই নতুন 'ভি. আই. পি.' কাতিৰাম মিকিৰে। তেওঁ এজন মাটিহীন খেতিয়ক, দিন-হাজিৰা কৰি এবেলা খাই এবেলা নাখাই কোনো ৰকমে জীৱন-ধাৰণ কৰি আছে। কুৰি দফীয়া অৰ্থনৈতিক আঁচনি কাৰ্য্যকৰী কৰিবৰ কাৰণে বলবৎ কৰা জৰুৰী অৱস্থাৰ ডেৰবছৰ পাৰ হৈ যোৱাৰ পিছত কাতিৰামৰ জীৱনলৈ কি পৰিৱৰ্তন আহিল? মোক বহিবলৈ দিবলৈ তেওঁৰ ভগা পঁজাত একো আসন নাছিল। চোতালত থিয় হৈয়েই কথাবাৰ্তা পাতি তেওঁক সুধিলো: "চৰকাৰে মাটিহীন মানুহক মাটি দিয়া বুলি শুনিছো; আপুনি কিমান মাটি পালে? কণ্ঠস্বৰত বিন্দুমাত্ৰ আপত্তি বা তিক্ততা প্ৰকাশ নকৰি ওচৰৰ পাহাৰ এটালৈ আঙুলিয়াই তেওঁ শান্তভাৱে ক'লে—"সেই পাহাৰটোৰ নামনিতে সমবায় হিচাপে আমাক মাটি দিয়া বুলি শুনিছো, কিন্তু মাটি হ'লে এতিয়ালৈকে চমজাই দিয়া নাই।" তাৰ পিছতে একে সময়তে আমাৰ দুয়োৰে চকু গ'ল সেই পাহাৰটোৰ অনতিদূৰত আন এটা পাহাৰত সগৰ্বে মূৰ তুলি থকা সুষমা অতিথি-গৃহ দুটালৈ। দৰিদ্ৰ

জনসাধাৰণৰ "অৰ্থনৈতিক মুক্তিৰ চনদ (!) কুৰিদফীয়া কাৰ্য-সূচী সূচনা কৰাৰ ডেৰ বছৰৰ পিছতো কাতিৰামে মাটি চমজি পোৱা নাই; কিন্তু তেওঁৰ নিচিনা লোকসকলৰ তথাকথিত পৰিত্ৰাতা সকল মাত্ৰ দুবাতি থাকিবৰ কাৰণে আলাদীনৰ চাকিয়ে কৰাৰ দৰে প্ৰায় ৰাতিটোৰ ভিতৰতে নিৰ্মিত হৈ উঠিল বহু লক্ষ টকাৰ সুৰম্য প্ৰাসাদ। সেই একেখন গাঁৱৰে জয়ৰাম বড়ো নামৰ আন এজন মানুহৰ ঘৰলৈ গ'লোঁ। তেওঁ এজন অৱসৰ-প্ৰাপ্ত সৈনিক। ১৯৫৪ চনৰ পৰা তেওঁ এজন মহাজনৰ মাটিত আধি খাই আছিল। মাটিৰ চিলিং আইন হোৱাৰ পিছত ১৯৬৪ চনত মহাজনে তেওঁক মাটিৰ পৰা উচ্ছেদ কৰিবলৈ চেষ্টা কৰিলে। জয়ৰাম বড়োৱে কাছাৰীত গোচৰ দিলে। ১৯৭৬ চনৰ ডিচেম্বৰ মাহলৈকে সেই গোচৰ নিষ্পত্তি হোৱা নাই; গোচৰ চলাওঁতে অজস্ৰ সময়ৰ অপচয় হোৱাৰ উপৰিও মাটিহীন খেতিয়ক জয়ৰাম বড়োৰ ধন খৰছ হৈছে তিনি হাজাৰ টকা! ক'ত গ'ল গোখলে-চাহাবৰ 'দুখীয়াৰ প্ৰতি বিনামূলীয়া আইনৰ সাহায্যৰ' আঁচনি? দুখীয়া মানুহৰ মাটিৰ গোচৰ কিয় চলিব লাগে বাৰ বছৰ ধৰি? ছিঙ্গাপুৰ, মালয়েছিয়া, ব্ৰহ্মদেশৰ ৰণ-ক্ষেত্ৰত যুদ্ধ কৰি অহা জয়ৰাম বড়োৱে মাটি-মহাজনৰ লগত যুদ্ধত ক্ষত-বিক্ষত হৈ মোক ক'লে: "কিছুদিনৰ আগতে কাঁচী-বজাৰৰ এজন ব্যৱসায়ীয়ে ইয়াত মাটি কিনিছে; তেওঁ আগদিনা মাটি কিনিলে, পিছদিনাই নাম জাৰী হ'ল। কিন্তু আমি স্থানীয় দুখীয়া মানুহবোৰে বিশ-ত্ৰিশ বছৰ ধৰি মাটি ভোগ-দখল কৰি থকা সত্বেও আজিলৈকে পট্টা হোৱা নাই। বহুবছৰৰ আগতে থানাপাৰাত জেলখানা বহুৱাব বুলি চৰকাৰে স্থানীয় মানুহৰ খেতিৰ মাটি অধিগ্ৰহণ কৰিলে। জেলখানা ইয়াত নহ'ল, কিন্তু মানুহবোৰে নিজৰ মাটি ঘূৰাই নাপালে? কলৈ গ'ল এইবোৰ মাটি?'

বাথ্‌বাপাৰা গাঁৱৰ মানুহৰ পদূলি-মুখতে ৰাজকীয় আড়ম্বৰেৰে কংগ্ৰেছ অধিবেশন বহিছিল। সেই অধিবেশনে মানুবোৰক কি

দিলে ? মোৰ এই প্ৰশ্নৰ উত্তৰত শিশুৰ দৰে সৰল মানুহবোৰে ক'লে : "দিবনো কি ? নিজেহে। কংগ্ৰেছ বহাৰ লগে লগেই কিবা এটা বেমাৰ লাগি গোটেই গাঁৱৰ কুকুৰাবোৰ মৰি থাকিল।"

ৰাজধানী দিছপুৰৰ পৰা তামোল এখন খোৱাৰ বাটৰ নিলগতে বাখ্ৰাপাৰা গাঁৱৰ—তাকো আকৌ "hitherto neglected section of the people" (!) কছাৰী-মিকিৰ মানুহৰ—এই অৱস্থা। ৰাজধানীৰ পৰা দূৰ-দূৰান্তৰত মানুহৰ কি অৱস্থা হৈ আছে, চৰকাৰী কৰ্ম-যজ্ঞৰ প্ৰসাদ কিভাৱে বিতৰিত হৈছে—সেই কথা কল্পনা কৰিবলৈ এবাৰ চেষ্টা কৰক! এইবোৰ কথা চৰকাৰ আৰু ৰাইজৰ দৃষ্টিগোচৰ কৰিলেই বাতৰি কাকতে পাপ কৰা হয়, চৰকাৰৰ কাম কাজত বাধা দিয়া হয়, ফলত টেটু চেপি বাতৰি কাকতৰ মাত বন্ধ কৰিবলৈ চেষ্টা কৰা হয়। কাৰ স্বাৰ্থত বাতৰি কাকতৰ মুখ বন্ধ কৰিবলৈ চেষ্টা কৰা হৈছিল, ৰাইজে এতিয়া বিচাৰ কৰি চাওক।

কংগ্ৰেছৰ পাপৰ বোজা পূৰ্ণ হৈ উঠিছে। এতিয়া তাৰ প্ৰায়শ্চিত্তৰ দিন আহিছে। সুস্থ সমালোচকৰ ওপৰত নৃশংস প্ৰতিশোধ লৈ সেই প্ৰায়শ্চিত্ত নহব, সি হব কেৱল কংগ্ৰেছৰ আত্ম-সমালোচনা আৰু আত্মশুদ্ধিৰ দ্বাৰাহে।

(৬ এপ্ৰিল, ১৯৭৭)

———

# গণতন্ত্ৰৰ হকে তিনিটা জয়ধ্বনি

'Caesar :—The ides of March are come
Soothsayer :—Ay Caesar ; but not gone.
—Julius Caesar : Shakespeare.

ভাৰতৰ বেছিভাগ মানুহেই নিৰক্ষৰ। স্বাধীনতা লাভৰ ত্ৰিশ বছৰৰ পিচতো এতিয়াও শতকৰা ২৮ জন লোকহে সাক্ষৰ হৈছে। সাক্ষৰহে হৈছে, শিক্ষিত নহয়। প্ৰকৃতাৰ্থত শিক্ষিত লোক বুলিলে আমি যেনেকুৱা মানুহক বুজো তেনেলোকৰ সংখ্যা শতকৰা দহজনতকৈ বেছি নহব। ১৯৫২ চনত সাক্ষৰ ভাৰতীয়ৰ সংখ্যা এতিয়াতকৈ বহুত কম আছিল। সেই বছৰতে সাৰ্বজনীন ভোটাধিকাৰৰ ভিত্তিত স্বাধীন ভাৰতৰ সৰ্বপ্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। যিখন দেশত শতকৰা ৯০ জন মানুহেই নিৰক্ষৰ, তেনে এখন দেশত গণতন্ত্ৰ কেনেকৈ কাৰ্যকৰী হব পাৰে বা নিৰ্বাচন কেনেকৈ অনুষ্ঠিত হব পাৰে —তাকে নিজ চকুৰে চাবলৈ বিদেশৰ পৰা বহুতো সাংবাদিক ভাৰতলৈ আহিছিল। তেনেকুৱা কেইজনমান সাংবাদিকে শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিতক সুধিছিল: "ভাৰতৰ দৰে কোটি কোটি নিৰক্ষৰ মানুহৰ দেশত গণতন্ত্ৰ কেনেকৈ কাৰ্যকৰী হব পাৰে? আখৰ চিনি নোপোৱা মানুহে কেনেকৈ ভোটৰ সদ্ব্যৱহাৰ কৰিব পাৰে?"

শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিতে উত্তৰত কৈছিল: ভাৰতৰ মানুহ নিৰক্ষৰ হব পাৰে; কিন্তু অন্যান্য বহুতো দেশৰ মানুহক যি অৰ্থত অশিক্ষিত বুলি কোৱা হয়, ঠিক সেই অৰ্থত ভাৰতৰ মানুহ অশিক্ষিত নহয়। কেইবা হাজাৰ বছৰীয়া এটা প্ৰাচীন সভ্যতাৰ কোলাত লালিত হোৱা এই মানুহবোৰে আখৰ চিনি নাপালেও শ্ৰুতি-পৰম্পৰা

প্ৰাচীন সাহিত্যৰ জ্ঞান অৰ্জন কৰে আৰু তাৰ দ্বাৰাই শিক্ষিত জনোচিত বিচাৰ-বুদ্ধি আয়ত্ব কৰে।”

কথাষাৰ আংশিকভাৱে সঁচা। লিখিব পঢ়িব পাৰিলেই মানুহ যেনেকৈ শিক্ষিত নহয় তেনেকৈ নিৰক্ষৰ মানুহ মাত্ৰেই অশিক্ষিত নহয়। ভাৰতৰ শতকৰা সত্তৰজন মানুহেই নিৰক্ষৰ হ'লেও তেওঁলোকৰ মাজৰে এক বৃহৎ-সংখ্যক জন-সমষ্টি পাঁচহাজাৰ বছৰীয়া এটা প্ৰাচীন সাংস্কৃতিক ঐতিহ্যৰ উত্তৰাধিকাৰী; কেতিয়াও আঁক এটা নপৰা ফলি এখনৰ দৰে তেওঁলোকৰ মনটো উকা বা শূন্য নহয়। জীৱন “সম্পৰ্কে তেওঁলোকৰ এটা নিজস্ব দৃষ্টিভঙ্গী আছে।” অৰ্থাৎ তেওঁলোক নিৰক্ষৰ হব পাৰে, কিন্তু বিচাৰ-বুদ্ধিহীন নহয়। কিন্তু লগতে এই কথাও সত্য যে সেই পৰম্পৰা লব্ধ জ্ঞানে তেওঁলোকক কেতিয়াও মুক্ত-বুদ্ধি ‘ব্যক্তিত’ পৰিণত কৰা নাই, তেওঁলোকৰ মনত সি কেতিয়াও সাহসী প্ৰশ্নশীলতা জগাই তোলা নাই, তেওঁলোক— এতিয়াও হৈ ৰৈছে মুখবন্ধ সামাজিক মানুহ ৰক্ষণশীল, অতীতমুখী আৰু পৰিবৰ্তন বিমুখ। তাৰ ফলস্বৰূপে তেওঁলোকে এতিয়াও স্বাধীন বিচাৰ-বুদ্ধি সম্পন্ন ব্যক্তিৰ দৰে গণতান্ত্ৰিক বিচাৰ আৰু আলোচনাত অংশ লবলৈ শিকা নাই; তেওঁলোকে এতিয়াও মুখবন্ধ গড্ডালিকা প্ৰবাহৰ দৰে দলে দলে ভোট দিয়ে জাতপাতৰ বিচাৰৰ বশৱৰ্তী হৈ নিজ নিজ সম্প্ৰদায়ৰ নেতা আৰু মাতব্বৰৰ নিৰ্দেশত। তাৰ লগতে যোগ হৈছে দাৰিদ্ৰ্যৰ দুৰ্বহ বোজা। এই দাৰিদ্ৰ্যই তেওঁলোকৰ সকলো সাহ-পিত মাৰি-চিন্তাৰ ফালৰ পৰা তেওঁলোকক ক্ৰীতদাসত পৰিণত কৰি ৰাখিছে। নিৰ্বাচনৰ সময়ত বেলট বাকচত যে ভাৰতৰ কোনো কোনো শ্ৰেণী বা সম্প্ৰদায়ৰ এক ভোট পৰে, অৰ্থাৎ ব্যক্তিগত বিচাৰবুদ্ধিৰ দ্বাৰা পৰিচালিত নহৈ কাৰোবাৰ অদৃশ্য আঙুলিৰ নিৰ্দেশত শত মুখবন্ধ পশুৰ দৰে তেওঁলোকে দলে দলে ভোট দিয়ে, সি নিশ্চয় ভাৰতীয় গণতন্ত্ৰৰ গৌৰৱ বা সাবালকত্ব প্ৰমাণ নকৰে। ধৰ্ম-নিৰপেক্ষতাৰ আদৰ্শক লৈ ভাৰতে গৌৰৱ কৰে, কিন্তু নিৰ্বাচনৰ

ক্ষেত্রত এই ধর্ম-নিৰপেক্ষতাৰ আদৰ্শত এতিয়াও অন্তঃসাৰশূন্য কাঁকা আৱাজ হৈয়েই আছে। সকলো দলৰ লোকেই অতি সূক্ষ্ম উপায়েৰে ভোট-দাতাৰ ধৰ্মীয় আবেগ-অনুভূতিক এক্সপ্লইট্ কৰিবলৈ চেষ্টা কৰে। কোনো এক বিশেষ সম্প্ৰদায় অধ্যুসিত অঞ্চলত সেই সম্প্ৰদায়ৰ মানুহৰ বাহিৰে আন সম্প্ৰদায়ৰ মানুহে প্ৰাৰ্থী হিচাপে সচৰাচৰ থিৱ হবলৈ এতিয়াও সাহস নকৰা কথাটোৱেই প্ৰমাণ কৰে যে ধৰ্মনিৰপেক্ষতাৰ আদৰ্শ এতিয়াও সম্পূৰ্ণৰূপে আমাৰ মজ্জাগত হোৱা নাই।

শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিতে ভাৰতীয় ভোটদাতাৰ পৰম্পৰা লব্ধ প্ৰজ্ঞাৰ বিষয়ে যিহকেই নকওক কিয় এই কথা নুই কৰিবৰ উপায় নাই যে দেশৰ বেছি ভাগ মানুহ আধুনিক শিক্ষাত শিক্ষিত নোহোৱালৈকে গণতন্ত্ৰ কেতিয়াও সম্পূৰ্ণভাৱে কাৰ্যকৰী হব নোৱাৰে। মানুহ কেৱল এটা 'সংখ্যা' নহয়, গণতন্ত্ৰৰ মহত্তম আদৰ্শ বাস্তৱত ৰূপায়িত হবলৈ হলে প্ৰত্যেকজন মানুহেই হব লাগিব একোজন স্বাধীন বিচাৰ-বুদ্ধি সম্পন্ন 'ব্যক্তি'। গণতন্ত্ৰৰ আটাইতকৈ ডাঙৰ দান হ'ল এইটোৱেই যে সি প্ৰত্যেকজন মানুহকে স্বতন্ত্ৰ ব্যক্তি হিচাপে স্বীকাৰ কৰে, প্ৰত্যেক ব্যক্তিৰ মানৱিক মৰ্যাদাক সৰ্বাধিক মূল্য দিয়ে আৰু তেওঁৰ মতামতক সন্মান কৰে। নিৰক্ষৰ ভাৰতীয় তেওঁৰ পৰম্পৰালব্ধ জ্ঞান এটা সৎ নৈতিক জীৱন-যাপন কৰিবলৈ সহায় কৰিব পাৰে। কিন্তু গণতান্ত্ৰিক শাসন ব্যৱস্থাত সক্ৰিয় অংশ লবলৈ কেৱল সেইখিনিয়েই যথেষ্ট নহয়। তাৰ কাৰণে তেওঁ ৰাজনৈতিক আৰু অৰ্থনৈতিক কথাবোৰো সামান্যভাৱে হলেও বুজি পোৱাৰ প্ৰয়োজন হয়। কংগ্ৰেছ-সভাপতি শ্ৰীদেৱকান্ত বৰুৱাই কিছুদিনৰ আগতে কৈছিল যে 'গণতন্ত্ৰৰ সৰ্বশ্ৰেষ্ঠ সংজ্ঞা হ'ল আলোচনাৰ সাৰ্বভৌম।' আলোচনাৰ সাৰ্বভৌম প্ৰতিষ্ঠা কৰাৰ সৰ্বপ্ৰথম আৰু প্ৰধানতম সৰ্ত হ'ল ভয়শূন্য পৰিবেশত সকলোৰে মতামত প্ৰকাশ কৰাৰ সুযোগ আৰু স্বাধীনতা। শীৰ্ষস্থানীয় জাৰ্মান লিখক গুন্টাৰ

গ্ৰাছে দাবী কৰিছে যে প্ৰয়োজন হলে হিংসাৰ সপক্ষে মাত্ৰ মাতি-বলৈকো তেওঁৰ স্বাধীনতা থাকিব লাগিব, তেতিয়াহে গণতন্ত্ৰ প্ৰকৃত অৰ্থত অৰ্থপূৰ্ণ হ'ব। আমি যিমানথিনি দাবী নকৰো, কিন্তু dissent বা বিৰুদ্ধ মত প্ৰকাশৰ অবাধ স্বাধীনতা গণতন্ত্ৰৰ নিৰ্যাস বা মূল কথা। অতএব মত প্ৰকাশৰ স্বাধীনতাক খৰ্ব কৰিব পৰা ভয় বা সন্ত্ৰাসৰ মানসিক বাতাবৰণ সম্পূৰ্ণৰূপে গণতন্ত্ৰৰ পৰিপন্থী। দ্বিতীয়তে, প্ৰাচীন গ্ৰীচৰ ক্ষুদ্ৰ ক্ষুদ্ৰ গণতন্ত্ৰক নগৰ-ৰাষ্ট্ৰবোৰত আটাইবোৰ নাগৰিকে একেঠাইতে মিলিত হৈ আলোচনাত ভাগ লব পাৰিছিল। কোটি কোটি মানুহৰ আধুনিক বৃহৎ ৰাষ্ট্ৰত সেইটো সম্ভৱ নহয়। এতিয়া সভা-সমিতি আৰু বাতৰি-কাকতেই হ'ল আলোচনা আৰু মতামত বিনিময়ৰ একমাত্ৰ উপায়। বিশেষকৈ বাতৰিকাকত আধুনিক গণতন্ত্ৰৰ এটা প্ৰধান অংগ। যিটো কাৰণে বাতৰিকাকতৰ যোগেদি সংগঠিত আৰু প্ৰকাশিত জনমতৰ ইমানেই প্ৰচণ্ড শক্তি যে নেপোলিয়নৰ দৰে স্বৈৰাচাৰী সম্ৰাটেও কবলৈ বাধ্য হৈছিল: "এহাজাৰটা বন্দুকতকৈ এখন বাতৰি কাকতক মই বেছি ভয় কৰোঁ।"

মুক্ত আৰু নিয়ন্ত্ৰিত বাতৰিকাকতৰ পৰ্বত প্ৰমাণ পাৰ্থক্য সম্প্ৰতি ভাৰতৰ মানুহেও উপলব্ধি কৰিবলৈ সুযোগ পাইছে। কিন্তু ভাৰতত মাত্ৰ শতকৰা দুজন মানুহেহে বাতৰিকাকত পঢ়িব পাৰে, বাতৰি কাকত পঢ়িব পৰা এই শতকৰা দুভাগ মানুহক নগণ্য সংখ্যালঘু বুলি বহুতে ইতিকিং কৰিবও খোজে। কিন্তু এই সকল লোকে পাহৰি যায় যে স্বাধীনতা লাভৰ ত্ৰিশ বছৰৰ পিচতো দেশৰ শতকৰা মান দুজন মানুহে বাতৰিকাকত পঢ়িব পৰাৰ আৰ্থিক বা শিক্ষাগত যোগ্যতা অৰ্জন কৰিব পৰা কথাতো দেশৰ ভাগ্য নিয়ন্তাসকলৰ দুৰপণেয় কলংকৰ বাহিৰে আন একো নহয়। এই সকল লোকে এই কথাও পাহৰি যায় যে যিকেইটা প্ৰধান ঘটনাই পোন্ধৰ শতিকাৰ য়ুৰোপত নৱ-জাগৰণ সৃষ্টি কৰিছিল আৰু মানুহক আত্ম পৰিচয় হীন মুখৰক্ষ

সামাজিক জীৱন নিনাও অৱস্থাৰ পৰা মুক্ত কৰি স্বাতন্ত্র্য-চিহ্নিত আৰু স্বাধীন বিচাৰি বুদ্ধি সম্পন্ন 'ব্যক্তিত' পৰিণত কৰিছিল সেই বোৰৰ ভিতৰত এটা প্ৰধান ঘটনা আছিল ছপাখানাৰ আৱিষ্কাৰ। ছপা-আখৰে জ্ঞানৰ ৰাজ্যত সকলো মানুহকে সমান কৰি দি গণতন্ত্ৰৰ প্ৰথম সূচনা কৰিছিল। ভাৰতত সেই গণতন্ত্ৰ এতিয়াও স্থাপিত হোৱা নাই। কৰি ইকবালে সেয়েহে কৈছিল যে গণতন্ত্ৰত মানুহৰ মূৰবোৰ গন্তি কৰা হয়, কিন্তু মূৰবোৰৰ ওজন লোৱা নহয়। এচিয়াৰ গণতন্ত্ৰৰ প্ৰতি লক্ষ্য ৰাখিয়েই তেওঁ সেই কথা কৈছিল। আমাৰ দেশৰ শাসকসকলে এই দেশৰ কোটি কোটি নিৰক্ষৰ মানুহৰ সমৰ্থন লাভকৰি গৰ্ব অনুভৱ কৰে, গৰিষ্ঠ সংখ্যক জনতাৰ প্ৰতিনিধিত্ব কৰা বুলি দাবী কৰে, কিন্তু কাৰ্যক্ষেত্ৰত এইসকল লোকৰ বিচাৰ-বুদ্ধিৰ প্ৰতি তেওঁলোকে কোনো শ্ৰদ্ধা অনুভৱ নকৰে। ভাৰতীয় সংবিধানৰ ৪২ নং সংশোধনী বিলখন ৰাজহুৱা আলোচনাৰ কাৰণে প্ৰচাৰ কৰিব লাগে বুলি যেতিয়া দাবী উঠিছিল তেতিয়া সেই দাবী প্ৰত্যাখ্যান কৰি আইন-মন্ত্ৰী গোখলেই কৈছিল যে এনেকুৱা ৰাজহুৱা আলোচনাৰ কোনো প্ৰয়োজন নাই, কাৰণ দেশৰ নিৰক্ষৰ জনতাই সংবিধানৰ জটিল কথাবোৰ একো বুজি নাপায়। যি নিৰক্ষৰ জনতাই সংবিধানৰ জটিল কথাবোৰ বুজি নাপায়, নিৰ্বাচনত সেই সকল লোকৰেই সমৰ্থন বা অসমৰ্থন তেন্তে কি মূল্য থাকিব পাৰে? তেওঁলোকে বুজি নোপোৱা সংবিধানৰেই জানো এইসকল লোকক শাসন কৰা নহব?

আচল কথা, শিক্ষাৰ দ্ৰুত প্ৰসাৰৰ ব্যৱস্থা নকৰি ভাৰতত গণতন্ত্ৰ সুস্থ বিকাশৰ পথত অন্তৰায় সৃষ্টি কৰা হৈছে। ভাৰতে পৃথিৱীৰ সমাজবাদী দেশবোৰৰ সমৰ্থন লৈ গৌৰৱ কৰে, কিন্তু কাৰ্যক্ষেত্ৰত ভাৰতে সেই দেশবোৰৰ সভ্য আৰ্হি অনুসৰণ কৰা নাই। ওৱটাছিংকিয়ে লিখিছে যে ৰাছিয়াত বিপ্লৱ আৰম্ভ হোৱাৰ আৰু কমিউনিষ্ট শাসন প্ৰতিষ্ঠিত হোৱাৰ লগে লগে সমগ্ৰ দেশতে শিক্ষা

বিস্তাৰৰ কাৰণে এক বিপুল আৰু সৰ্বাত্মক প্ৰচেষ্টা আৰম্ভ কৰা হৈছিল, ভাত-কাপোৰৰ সমানেই বা তাতোকৈ বেছিকৈহে শিক্ষাৰ প্ৰয়োজন বেছি বুলি অনুভৱ কৰা হৈছিল। ভাৰতত এনে ধৰণৰ কোনো উদ্যম নেদেখি তেওঁ অতিশয় বিস্মিত আৰু দুঃখিত হৈছিল। ভাৰতৰ কোনো কোনো নেতাই দাবী কৰে যে এই দেশৰ দৰিদ্ৰ, অনুন্নত আৰু নিৰক্ষৰ মানুহবোৰ সদায় তেওঁলোককেই সমৰ্থন দিয়ে। তাৰ অৰ্থ এয়েই নেকি যে ভাৰতীয় জনতাৰ দাৰিদ্ৰতা আৰু নিৰক্ষৰতা কোনো কোনো দল বা নেতাৰ কাৰণে ন্যস্ত স্বাৰ্থত পৰিণত হৈছে ? এইবোৰ কথা লক্ষ্য কৰিয়েই মেক্সিকোৰ প্ৰখ্যাত কবি আৰু বুদ্ধি-জীৱী অক্টাভিয় পাজে ( তেওঁ দুবছৰমান ভাৰতত মেক্সিকোৰ ৰাষ্ট্ৰদূত আছিল) লিখিছিল : "The third world was not so much political leaders, a common specis, as something for more rare and precious : critics'. The third world wars between Buddha and Marx, Siva and Darquin, Alha and Cybenetics. It is a reflection of the past that antedates christ and machines. It is also a determination to be modern.

সি যি কি নহওক ; শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিতৰ কথা আংশিক-ভাৱে সত্য। ভাৰতৰ কোটি কোটি নিৰক্ষৰ জনতাই ৰাজনীতি আৰু অৰ্থনীতিৰ জটিল কথাবোৰ বুজি নাপাব পাৰে ; কিন্তু যোৱা ত্ৰিশটা বছৰৰ পাঁচটা সাধাৰণ নিৰ্বাচনৰ যোগেদি তেওঁলোকে গণতন্ত্ৰৰ প্ৰতি তেওঁলোকৰ সহজাত আনুগত্যৰ কথা নিৰ্ভুলভাৱে প্ৰমাণ কৰিছে। যোৱা উনৈশমাহৰ অভিজ্ঞতাৰ পিছত সম্প্ৰতি দেশত যি অভূতপূৰ্ব জন-জাগৰণ দেখা গৈছে, সিও এই কথা প্ৰমাণ কৰিছে যে গণতন্ত্ৰৰ মূল আদৰ্শ এই দেশৰ জন-মানসত গভীৰভাৱে প্ৰোথিত হৈছে, আৰু ভাৰতৰ মাটিত গণতন্ত্ৰক জীয়াই ৰাখিবলৈ এই দেশৰ মানুহ প্ৰতিজ্ঞা-বদ্ধ। প্ৰত্যেক ব্যক্তিৰ মানৱিক মৰ্য্যাদা আৰু স্বাধীনতাই হ'ল

গণতন্ত্ৰৰ সাৰ কথা; ভাৰতৰ মানুহে সেই মানৱিক মৰ্য্যাদা আৰু স্বাধীনতা যি কোনো প্ৰকাৰে ৰক্ষা কৰিব। গণতান্ত্ৰিক আৰু ব্যক্তি-স্বাধীনতা ৰক্ষা কৰাৰ যুদ্ধত ভোটটোৱেই হ'ল নাগৰিকৰ হাতত প্ৰধান অস্ত্ৰ। বহু হাজাৰ বছৰৰ সংগ্ৰাম আৰু সম্প্ৰীতি ৰক্ষাৰ পিছত মানুহে এই সভ্যজনোচিত শক্তিশালী অস্ত্ৰ আৱিষ্কাৰ কৰিছে। মহৎ আদৰ্শৰ কাৰণে যুদ্ধ চলি থকাৰ সময়ত যুদ্ধত যোগ নিদি হাত সাৱটি বহি থকাটো যেনেকৈ কাপুৰুষতা আৰু কৰ্ত্তব্য-বিমুখতাৰ পৰিচায়ক, ঠিক তেনেকৈ গণতন্ত্ৰ ৰক্ষাৰ কাৰণে অনুষ্ঠিত হোৱা আগন্তুক নিৰ্বাচনত ভোট নিদি ঘৰত বহি থকাটোও হব এটা নৈতিক অপৰাধ। সেই কাৰণে আগন্তুক নিৰ্বাচনত ভোট দিবলৈ মানুহ দলে দলে ওলাই আহক; নিজৰ আদৰ্শ আৰু বিচাৰ-বুদ্ধি অনুসৰি তেওঁলোকে তেওঁ-লোকৰ হাতত থকা একমাত্ৰ শক্তিশালী অস্ত্ৰ ভোটটো প্ৰয়োগ কৰি নিজৰ আৰু দেশৰ ভৱিষ্যত নিৰূপণ কৰক; ঠিক সেই মুহূৰ্ত্তত এইটোৱেই তেওঁলোকৰ একমাত্ৰ জৰুৰী আৰু পৱিত্ৰ কৰ্ত্তব্য।

---

(১৬ মাৰ্চ, ১৯৭৭)

# বিধান সভাৰ সদস্যসকললৈ এখন মুকলি চিঠি

মাননীয় এম, এল, এ সকল,

পঞ্চম সাধাৰণ নিৰ্বাচনৰ পিচত অসমৰ নৱ-গঠিত বিধান সভাৰ প্ৰথম অধিবেশন আজি অৰ্থাৎ ২২ মাৰ্চৰ পৰা আৰম্ভ হ'ব, আৰু আপোনা লোকে যথাবিধি শপত গ্ৰহণ কৰি আনুষ্ঠানিকভাৱে এম-এল-এৰ কাৰ্য্যকাল আৰম্ভ কৰিব। আপোনালোকৰ জীৱনৰ এই স্মৰণীয় দিনটোত আমি আপোনালোকৰ প্ৰতি আমাৰ আন্তৰিক শুভেচ্ছা আগবঢ়াইছো।

হৈ যোৱা সাধাৰণ নিৰ্বাচনত বিভিন্ন ৰাজনৈতিক দলে প্ৰাৰ্থী থিয় কৰাইছিল। আমাৰ কাকত সাপ্তাহিক 'নীলাচলে' কংগ্ৰেছ দলৰ প্ৰতি মুকলি সমৰ্থন আগবঢ়াইছিল। গতিকে বিধানসভাৰ কংগ্ৰেছী সদস্যসকলৰ হৈ আমাৰো ৰাইজৰ ওচৰত এটা নৈতিক দায়িত্ব আছে। নিৰ্বাচনত অসমৰ জনসাধাৰণে কংগ্ৰেছী প্ৰাৰ্থী সকলৰ প্ৰতি অভূতপূৰ্ব আৰু অভাৱনীয় সমৰ্থন আগবঢ়াইছে। জনতাৰ হৃদয়ত আপোনা-লোকে যি নতুন প্ৰত্যাশা জগাই তুলিছে সেই প্ৰত্যাশা যদি অহা পাঁচ বছৰৰ ভিতৰত আপোনালোকে পূৰণ নকৰে,—তেন্তে জনতাই আপোনালোকৰ 'সাপ্তাহিক নীলাচলকো' দোষী সাব্যস্ত কৰিব। সেই কাৰণে সেই মুকলি চিঠিখন মই ঘাইকৈ কংগ্ৰেছী এম-এল-এ সকলক উদ্দেশ্য কৰিয়েই লিখিছোঁ—

অসমত যোৱা চৌবিশ বছৰ ধৰি নিৰবচ্ছিন্নভাৱে কংগ্ৰেছী শাসন চলি আছে। কংগ্ৰেছী শাসনৰ এই চৌবিশ বছৰীয়া ইতিহাস কিন্তু গৌৰৱ আৰু কৃতকাৰ্যতাৰ ইতিহাস নহয়। একে ভাষাৰে কবলৈ

গ'লেই বহুক্ষেত্ৰত এক অক্ষমণীয় বিশ্বাস ভঙ্গ আৰু প্ৰতাৰণৰ ইতিহাস। কংগ্ৰেছে অসম তথা ভাৰতৰ জনতাক সুদীৰ্ঘ কাল ধৰি কি কি প্ৰতিশ্ৰুতি দিছিল আৰু এফালৰ-পৰা কেনেকৈ সেই প্ৰতিশ্ৰুতিবোৰ ভঙ্গ কৰি আহিছে সেই কথা আপোনালোকক আজি চমুকৈ সোঁৱৰাই দিয়াৰ দৰকাৰ হৈছে বুলি মই ভাবো।

কংগ্ৰেছ বুলিলে ভাৰতৰ জনতাই যিটো অনুষ্ঠানক বুজি পায় সি হৈছে মহাত্মা গান্ধীয়ে সৃষ্টি কৰি যোৱা অনুষ্ঠান। আজি পৰ্য্যন্ত আপোনালোকে গান্ধীজীৰ নাম ভাঙিয়েই খাই আছে। কংগ্ৰেছৰ মূল লক্ষ্যৰ কথা ঘোষণা কৰি গান্ধীজীয়েই ১৯৩১ চনত লণ্ডনত বহা ঘূৰণীয়া মেজমেলত কৈছিল: "কংগ্ৰেছ অনুষ্ঠানটো হ'ল মূলতে ভাৰতৰ ৭ লাখ গাঁৱত সিঁচৰিত হৈ থকা কোটি কোটি অৰ্ধভুক্ত মূক জনতাৰ প্ৰতিনিধি। কংগ্ৰেছে যাৰেই স্বাৰ্থ ৰক্ষা কৰাৰ প্ৰয়োজনীয়তা অনুভৱ নকৰক কিয় সেই সকলোবোৰ স্বাৰ্থতকৈ এই কোটি কোটি মূক জনতাৰ স্বাৰ্থই আগ ঠাই পাব লাগিব। এইবোৰ বিভিন্ন স্বাৰ্থৰ মাজত যদি কেতিয়াবা প্ৰকৃততে সংঘাটৰ সৃষ্টি হয় তেন্তে কংগ্ৰেছৰ পক্ষৰ পৰা মই দ্বিধাহীনভাৱে ঘোষণা কৰোঁ যে এই কোটি কোটি মূক জনতাৰ স্বাৰ্থত কংগ্ৰেছে আন সকলো স্বাৰ্থকেই বিসৰ্জন দিব।"

এই কথা গান্ধীজীয়ে কৈছিল ১৯৩১ চনতে। ১৯৪৭ চনত কংগ্ৰেছে দেশৰ শাসন ক্ষমতা লাভ কৰি আজি পৰ্য্যন্ত এফলীয়াভাৱে সেই শাসন চলাই আছে কিন্তু এই চৌবিশ বছৰীয়া কংগ্ৰেছী শাসনত ভাৰতৰ কোটি কোটি মূক জনতাৰ আৰ্থিক অৱস্থাৰ কোনো উন্নতিটো হোৱা নায়েই, বৰং সি দিনে দিনে অধিক বেয়াৰ পথলৈ আগবাঢ়িছে। ধনী আৰু দুখীয়াৰ স্বাৰ্থৰ মাজত যেতিয়াই সংঘাতে দেখা দিছে, তেতিয়াই কংগ্ৰেছে ধনীৰ পক্ষ লৈছে। চৌবিশ বছৰৰ কংগ্ৰেছী শাসনৰ বহুতো আজিও যে মাটিৰ সৰ্ব্বোচ্চ সীমা নিৰূপণৰ আইনখন সম্পূৰ্ণভাৱে কাৰ্য্যকৰী কৰিব পৰা নহ'ল আৰু উদ্বৃত্ত মাটি মাটিহীন খেতিয়কৰ মাজত ভগাই দিয়া নহ'ল, একমাত্ৰ এইটো

উদাহৰণেই কংগ্ৰেছৰ বিশ্বাস ভঙ্গৰ প্ৰমাণ দিবৰ কাৰণে যথেষ্ট। ভাৰতত আৰ্থিক অসাম্য যে কংগ্ৰেছী শাসনত আগতকৈ যথেষ্ট বেছি হ'ল সেই কথা অখণ্ডনীয় তথ্যপাতিৰে প্ৰমাণ কৰি বহুতো কিতাপ-পত্ৰ লিখা হৈছে। সেইবোৰ কিতাপ নিজে সংগ্ৰহ কৰি আপোনাসকলে পঢ়ি চাব।

১৯৩১ চনতেই ভাৰতীয় জাতীয় কংগ্ৰেছৰ কৰাচী অধিবেশনত এটা প্ৰস্তাৱ লোৱা হৈছিল। সেই প্ৰস্তাৱত কোৱা হৈছিল যে ভাৰতত প্ৰত্যেকজন মানুহৰ উপাৰ্জনৰ সৰ্বোচ্চ সীমা নিৰ্ধাৰণ কৰি দিয়া হব, আৰু ক্ৰমে ক্ৰমে এনে এটা অৱস্থাৰ সৃষ্টি কৰা হব য'ত আটাইতকৈ ধনী মানুহৰ উপাৰ্জন আটাইতকৈ দুখীয়া মানুহজনৰ উপাৰ্জনতকৈ কুৰি গুণৰ বেছি হব নোৱাৰিব। দেশ স্বাধীন হোৱাৰ পিচতো 'পৰিকল্পনা আয়োগ'—আয়োগ আৰু 'কৰ তদন্ত আয়োগ' আদি বিভিন্ন চৰকাৰী অনুষ্ঠানে এই প্ৰস্তাৱটো কাৰ্য্যকৰী কৰিব লাগিব বুলি দোহাৰি আছে। কিন্তু আজি স্বাধীন ভাৰতবৰ্ষত কংগ্ৰেছী শাসনত আটাইতকৈ ধনী মানুহজনৰ দৈনিক উপাৰ্জন ৫ লাখ টকা, আৰু আটাইতকৈ দুখীয়া মানুহজনৰ দৈনিক উপাৰ্জন মাত্ৰ উনৈশ পইচা।

স্বাধীন ভাৰতবৰ্ষৰ প্ৰথম পঞ্চবাৰ্ষিকী পৰিকল্পনা কৰিবৰ সময়ত পৰিকল্পনা আয়োগে ঘোষণা কৰিছিল সংবিধানৰ নিৰ্দেশাত্মক মূল-নীতিৰ উদ্দেশ্যৰ লগত সংহতি ৰাখি জনসাধাৰণৰ পুষ্টি আৰু জীৱন ধাৰণৰ মান উন্নীত কৰাটো ৰাষ্ট্ৰৰ প্ৰাথমিক কৰ্তব্য।—

ৰাষ্ট্ৰৰ অৰ্থনৈতিক নীতিক এনেভাৱে গঢ় দিব লাগিব যাতে পুৰুষ তিৰোতা নিৰ্বিশেষে প্ৰত্যেকজন নাগৰিকেই সমানভাৱে জীৱিকা অৰ্জনৰ পৰ্যাপ্ত সুযোগ লাভ কৰে। আৰ্থিক ক্ষমতাৰ গণ্ডীৰ ভিতৰত ৰাষ্ট্ৰই এনেভাবে চেষ্টা কৰিব লাগিব যাতে প্ৰত্যেকজন নাগৰিকেই কাম কৰাৰ আৰু শিক্ষা লাভৰ অধিকাৰ লাভ কৰে, আৰু যি সকল লোক নিবনুৱা, বৃদ্ধ, ৰুগ্ন আৰু পঙ্গু—তেওঁলোকে ৰাষ্ট্ৰৰ পৰা

আৰ্থিক সাহায্য লাভ কৰে। চমুকৈ কবলৈ হলে নির্দেশাত্মক সূত্ৰাৱলীয়ে এনে এক আৰ্থিক আৰু সামাজিক ব্যৱস্থাৰ কল্পনা কৰিছে য'ত সকলোৱেই সমান সুযোগ লাভ কৰিব, সামাজিক ন্যায় বিৰাজ কৰিব, প্ৰত্যেকেই কাম কৰাৰ আৰু যথেষ্ট পাৰিশ্ৰমিক পোৱাৰ অধিকাৰ লাভ কৰিব আৰু সকলো নাগৰিকৰ কাৰণে সামাজিক নিৰাপত্তাৰ ব্যৱস্থা কৰা হ'ব।

এই কথাখিনি কোৱা হৈছিল ১৯৫১ চনত। আজি কুৰি বছৰৰ মূৰত ১৯৭২ চনত দেশৰ অৱস্থা কি হৈছে সেই কথা আপোনাসকলে নিজেই চিন্তা কৰি চাওঁক। মই কেৱল এটা মাত্ৰ কথা আপোনা-সকলক মনত পেলাই দিওঁ।—প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ অন্তত ভাৰতত নিবনুৱাৰ সংখ্যা আছিল ৫০ লাখ। দ্বিতীয় পৰিকল্পনাৰ অন্তত ই হ'লগৈ ৯০ লাখ। তৃতীয় পৰিকল্পনাৰ অন্তত ১৩০ লাখ। অনুমান কৰা হৈছে যে চতুৰ্থ পৰিকল্পনাৰ অন্তত দেশত নিবনুৱাৰ সংখ্যা হবগৈ ২৮০ লাখ।

১৯২৮ চনত অৰ্থাৎ দেশে স্বাধীনতা পোৱাৰ ১৮ বছৰৰ আগতেই জৱাহৰলাল নেহেৰুৱে উত্তৰ প্ৰদেশ কংগ্ৰেছ কমিটিৰ বছেৰেকীয়া অধিবেশনত বক্তৃতা দি কৈছিল: এইটো কি ধৰণৰ স্বাধীনতা যি স্বাধীনতাৰ পৰিণতি হ'ল কোটি কোটি মানুহৰ অনাহাৰ আৰু কোটি কোটি মানুহৰ শোষণ? দেশৰ স্বাধীনতাই মানুহক সকলো শোষণৰ পৰা মুক্ত কৰিব লাগিব, আৰু তাৰ কাৰণে শোষণকাৰীক সহায় কৰা সকলোবোৰ শক্তিকে আপোনাসকলে আক্ৰমণ কৰিব লাগিব।"

কিন্তু এই নেহেৰুৱে ১৫ বছৰতকৈ অধিক কাল অপ্ৰতিদ্বন্দ্বী ক্ষমতাৰ আসনত অধিষ্ঠিত থাকি নিজে কি কৰিলে? আপোনাসকলৰ কোনো কোনোৱে কব খোজে যে ভাৰতৰ নিচিনা এখন দেশত বহু শতাব্দীৰ পুঞ্জীভূত দাৰিদ্ৰ্য দূৰ কৰিবলৈ কিছু সময় লাগিব। কিন্তু চীন দেশে কুৰি বছৰতকৈয়ো কম সময়ৰ ভিতৰতে সমাজৰ পৰা দাৰিদ্ৰ্যক সমূলি দূৰ কৰিছে। কিন্তু আমাৰ দেশত এমুঠি ভাগ্যৱানৰ

বাহিৰে আনসকলোৰে দাৰিদ্ৰ্য আগতকৈ বৃদ্ধিহে পাইছে। নেহেৰুৱে নিজেই ১৯৫৬ চনত কৈছিল: "আমি এখোজ এখোজকৈ নিজৰ লক্ষ্য-স্থানত উপনীত হবলৈ এটা বছৰ অপেক্ষা কৰিব নোৱাৰো। আমাৰ গতি আৰু কৰ্মোদ্যম অতি ক্ষীপ্ৰতৰ হ'ব লাগিব।" কিন্তু এই সকলোবোৰ বৰ বৰ কথা কেৱল মুখৰ কথা হৈয়েই থাকিল। যোৱা চৌবিশ বছৰে আমি যি গতিৰে আগবাঢ়িছো সেই গতি অব্যাহত থাকিলে আৰু এশ বছৰ কিয় এহাজাৰ বছৰতো ভাৰতৰ দাৰিদ্ৰ্য দূৰ নহ'ব।

মুঠতে কংগ্ৰেছে ভাৰতৰ জনতাক যিমানবোৰ প্ৰতিশ্ৰুতি দিছিল সেই সকলোবোৰ ভঙ্গ কৰিছে। তথাপিতো দেশবাসীয়ে পঞ্চম সাধাৰণ নিৰ্বাচনত বিপুল জনসমৰ্থন দি কংগ্ৰেছকেই পুনৰ ক্ষমতাৰ আসনত বহুৱাইছে। তাৰ কাৰণ দুটা। প্ৰথমতে ১৯৬৯ চনত কংগ্ৰেছে প্ৰতিক্ৰিয়াশীল লোক সকলক দলৰ পৰা বহিষ্কাৰ কৰি দি প্ৰতিশ্ৰুতি পূৰণৰ কাৰণে নতুন অঙ্গীকাৰ কৰিছে আৰু দুই এটা প্ৰতিশ্ৰুতি পূৰণ কৰি দেখুৱাইছে। দ্বিতীয়তে কংগ্ৰেছৰ স্পষ্ট বিকল্প স্বৰূপে কোনো এটা ঐক্যবদ্ধ আৰু শক্তিশালী দল দেশত আজিলৈকে গঢ়ি নুঠিল। দেশত এটা ঐক্যবদ্ধ শক্তিশালী বিৰোধী দল থকা হলে আপোনাসকলে ইমান বিপুল সংখ্যাত বিধানসভালৈ আহিব নোৱাৰিলেহেঁতেন।

আজি বিধানসভাৰ সদস্য হিচাপে শপত গ্ৰহণ কৰিবৰ সময়ত আপোনাসকলে এই কথা মনত ৰাখিব যে দেশৰ জনসাধাৰণৰ মতি-গতি আজি সম্পূৰ্ণ সলনি হৈ পৰিছে: যোৱা চৌবিশ বছৰে তেওঁলোকক প্ৰতাৰণা কৰি থকাৰ দৰে জনতাক প্ৰতাৰণা কৰি আপোনা-সকলে সাৰি যাব নোৱাৰে। প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ঘোষণা কৰিছে অহা তিনিবছৰৰ ভিতৰতে কংগ্ৰেছে দেশবাসীক দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিব লাগিব। কিন্তু কেৱল মুখৰ কথাৰে এই অসাধ্য সাধন নহ'ব। সমাজ ব্যৱস্থাৰ বৈপ্লৱিক পৰিবৰ্তন ঘটাই

আপোনাসকলে ৰাইজক দিয়া প্ৰতিশ্ৰুতিবোৰ ৰক্ষা কৰিবলৈ হলে নতুন এম-এল-এ সকলৰ দৃষ্টিভঙ্গী আৰু কাৰ্য্যপদ্ধতিৰ আমূল পৰিবৰ্তন ঘটিব লাগিব। কিন্তু সঁচা কথা কবলৈ হলে একশ্ৰেণীৰ এম-এল-এৰ আৰম্ভণীটো আমি বৰ ভাল পোৱা নাই। ৰাইজে এই বাৰ বহুত আশা কৰি যথেষ্ট সংখ্যক ডেকা মানুহক বিধানসভালৈ পঠাইছে। আমি আশা কৰিছিলো যে নিৰ্বাচনৰ ফলাফল ওলোৱাৰ লগে লগেই তেওঁলোকক নতুন বৈপ্লৱিক কাৰ্য্যসূচী তৈয়াৰ কৰা আৰু দলৰ ভিতৰতে প্ৰেচাৰগ্ৰুপ গঠন কৰা আদি কামত ব্যস্ত হৈ পৰিব। কিন্তু আমি দেখি আঁচৰিত হৈছো যে যুৱক কংগ্ৰেছৰ এম-এল-এৰ সদস্যসকলে প্ৰথম যিটো কামত হাত দিলে সেইটো হৈছে চাৰিটা মন্ত্ৰীপদৰ কাৰণে দাবী উত্থাপন কৰা। কিয়, কেৱল মন্ত্ৰী হৈহে দেশ উদ্ধাৰ কৰিব পাৰিনেকি? পঁচানব্বৈজন কংগ্ৰেছী এম-এল-এৰ প্ৰত্যেকজনকে মন্ত্ৰী পাতিলেহে দেশত উন্নতিৰ গতিবেগ অধিক ত্বৰান্বিত হ'ব নেকি? আমাৰ ওচৰৰে পশ্চিমবঙ্গত যুৱক কংগ্ৰেছে মন্ত্ৰীপদ যাচি দিলেও প্ৰত্যাখ্যান কৰিম বুলি প্ৰস্তাৱ লৈছে, আৰু অসমৰ বিপ্লৱী যুৱক কংগ্ৰেছৰ লুব্ধ দৃষ্টি কেৱল মন্ত্ৰীপদৰ ওপৰত। আমি আগতেই এনে এটা সন্দেহ সঁচা বুলি প্ৰমাণ কৰিছো। ১৯৭১ চনৰ নবেম্বৰ মাহত শ্ৰীশৰৎচন্দ্ৰ সিংহই কথা প্ৰসঙ্গত মোক কৈছিল যে, ক্ষমতাৰ প্ৰতি মোহ নথকা আৰু প্ৰকৃত বিপ্লৱী মনোভাৱাপন্ন ১০ জন ডেকা এম-এল-এও যদি তেওঁ পায়, তেন্তে অসমৰ ৰাজনীতিক তেওঁ সলনি কৰি দিব পাৰিব। আজি সেই কথা তেওঁকো পুনৰ সোঁৱৰাই দিলো। অসম ৰাইজে এইবাৰ কোনো এজন মানুহকেই মন্ত্ৰী হবলৈ পঠোৱা নাই, পঠাইছে সমাজ ব্যৱস্থা সলনি কৰি দিব পৰা গণতান্ত্ৰিক বিপ্লৱৰ একো একোজন সৈনিক হবলৈ। আমাক মন্ত্ৰী নালাগে, লাগে চৰকাৰৰ শুদ্ধ পথত চলিবলৈ বাধ্য কৰিব পৰা সুদক্ষ আৰু চিন্তাশীল এম-এল-এ। মন্ত্ৰী হোৱাৰ লালসা পৰিত্যাগ কৰি যুৱক এম-এল-এ সকলে যদি বৰং নিজৰ ভিতৰতে এটা প্ৰেচাৰ

গ্ৰুপ গঠন কৰিবলৈ উদ্যোগী হয় আৰু সেই গ্ৰুপৰ দ্বাৰা চৰকাৰৰ ওপৰত অনবৰত হেঁচা দি থাকে, তেতিয়াহে তেওঁলোকে ৰাইজৰ আস্থা আৰু শুভেচ্ছা লাভ কৰিবলৈ সক্ষম হব। আমি প্ৰতিজন এম-এল-এ-ৰ ওপৰত প্ৰতি মুহূৰ্ত্ততে চোকা দৃষ্টি ৰাখি আছোঁ। তেওঁলোকে ক'ত কি কথা কয়, কি কাম কৰে আমি সকলো জানি আছোঁ। আমি আপোনাসকলক কেৱল ইমানকে কৈ থলো যে আপোনালোকে নিজৰ প্ৰতিটো ভুল কাম আৰু প্ৰতিটো ভুল কথাৰ কাৰণেই ৰাইজৰ ওচৰত জবাবদিহি কৰিব লাগিব।

আপোনাসকলৰ সমুখত আজি এক ভীষণ প্ৰত্যাহ্বান। ৰাইজে আপোনাসকলক শেষ বাৰলৈ এটা সুযোগ দিছে। এই সুযোগৰ সদ্ব্যৱহাৰ কৰি আপোনালোকে সমাজৰ আটাইতকৈ তল পৰি থকা দুৰ্ভগীয়া শ্ৰেণীৰ মানুহৰ অসংগঠিত কৃষি, বনুৱা, মাটিহীন খেতিয়ক, দিন মজুৰি কৰি খোৱা মানুহ, অক্ষম, ৰুগ্ন আৰু পঙ্গু লোকসকল, বস্তি-বাসী, হৰিজন আৰু সৰ্বহাৰাসকল, এইসকল লোকৰ চিৰ অন্ধকাৰ জীৱনলৈ নতুন পোহৰ আনিবলৈ চেষ্টা কৰক। যোৱা চৌবিশ বছৰে এইসকল লোকৰ কথা ভবা নাই। এইবাৰো যদি আপোনালোকে নাভাবে, তেন্তে অহাবাৰ আপোনালোকে ভোট খুজিবলৈ আহিব নোৱাৰিব। শোষণৰ যি সৰ্বব্যাপী চক্ৰান্তই এই দুৰ্ভগীয়া মানুহবোৰক বহু শতাব্দী ধৰি পিষ্ট কৰি ৰাখিছে, সেই চক্ৰান্ত আপোনালোকে এইবাৰ ভাঙি মষীমূৰ কৰিবই লাগিব। এই চক্ৰান্তৰ স্বৰূপটো বুজি পাবলৈ হলে আপোনালোকে যথেষ্ট পঢ়াশুনা কৰিব লাগিব। গাঁৱে গাঁৱে ঘূৰি তথ্য-পাতি সংগ্ৰহ কৰিব লাগিব। মুঠতে আপোনাসকলে প্ৰতিজনেই হব লাগিব জনতাৰ অৰ্থনৈতিক স্বাধীনতাৰ সংগ্ৰামৰ একোজন সৈনিক। আপোনাসকলৰ ভিতৰত যি কেইজনমান মন্ত্ৰী হব তেওঁলোকেও ক্ষমতাৰ মিছাদম্ভ আৰু ভোগ-বিলাস পৰিহাৰ কৰি সাধাৰণ জনতাৰ একোজন হৈ সাধাৰণ মানুহৰ দৰে সৰল আৰু অনাড়ম্বৰ জীৱন যাপন কৰিব লাগিব। যি নৈতিক প্ৰভাৱ আৰু কঠোৰ শৃঙ্খলা প্ৰয়োগৰ দ্বাৰা আমোলা তন্ত্ৰৰ পৰা সকলো দুৰ্নীতি

দূৰ কৰি প্ৰশাসন যন্ত্ৰটো আপোনাসকলে ৰাইজৰ ভৃত্য বা সেৱকত পৰিণত কৰিব লাগিব। আপোনাসকলৰ সমুখত কাম অজস্ৰ, কিন্তু সময় নিচেই তাকৰ। ৰাইজৰ চকুত ধূলি দিবৰ চেষ্টা নকৰি এইবাৰ আপোনাসকলে এক নতুন সঙ্কল্প আৰু নতুন ব্ৰত লৈ কামত আগবাঢ়ক এয়েই আপোনাসকলৰ ওচৰত আমাৰ সনিৰ্বন্ধ অনুৰোধ। কংগ্ৰেছে এইবাৰো যদি বিশ্বাসঘাতকতা কৰে, তেন্তে তাৰ প্ৰতিক্ৰিয়া হ'ব ভীষণ, প্ৰতিশোধো হ'ব ভয়ঙ্কৰ।

ইতি

আপোনাসকলৰ শুভাকাঙ্ক্ষী

শ্ৰীহোমেন বৰগোহাঞি।

( ২২শে মাৰ্চ, ১৯৭২ )

---

# অসমৰ ভাষা সমস্যা

**"All too will bear in mind this sacred principle, that though the will of the majority is in all cases to prevail that will to be rightful, must be reasonable, that the minority possesses their equal rights, which equal laws must protect, and to violate which would be oppression."**

**First inaugural address : Thomas Jefferson.**

অসম তথা ভাৰতবৰ্ষত ভাষা সমস্যাৰ চূড়ান্ত নিষ্পত্তি হবলৈ এতিয়াও বাকী আছে। কিছুদিনৰ মূৰে মূৰে পুৰণি বেমাৰ উক্ দি উঠাৰ দৰে ভাষা-সমস্যায়ো মাজে মাজে সংকটজনক ৰূপ ধাৰণ কৰে। অৱশ্যে ভাষা সমস্যাটোৰ স্বৰূপ সকলো মানুহৰ কাৰণে দৃষ্টিত একে নহয়। ভাষা যিসকল মানুহৰ কাৰণে ভাৱৰ বহন, জ্ঞান-চৰ্চাৰ অৱলম্বন আৰু সভ্যতাৰ নিয়ামক, তেওঁলোকৰ কাৰণে ই ঘাইকৈ এটা বৌদ্ধিক সমস্যা। নিজৰ ভাষাটোৰ অস্তিত্ব কেনেকৈ ৰক্ষা কৰা যায়, কেনেকৈ তাৰ বিকাশ সাধন কৰা যায়, কেনেকৈ তাক উচ্চ চিন্তাৰ উপযোগী বাহন কৰা যায় এইবোৰেই হ'ল তেওঁলোকৰ প্ৰধান চিন্তাৰ বিষয়। কিন্তু আন এনে কিছুমান লোক আছে যিসকলৰ হাতত ভাষা সমস্যাটো এপাত ৰাজনৈতিক অস্ত্ৰৰ বাহিৰে আন একো নহয়। ভাষাৰ প্ৰশ্নটোৱে যে মানুহৰ মাজত প্ৰচণ্ড উত্তেজনা আৰু শক্তিশালী আবেগৰ সৃষ্টি কৰিব পাৰে, সেই কথা এইসকল লোকে ভালকৈ জানে ; তাৰেই সুবিধা লৈ তেওঁলোকে ছল পালেই ভাষা সমস্যা-টোক ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ কাৰণে ঘাইকৈ ৰাজনৈতিক প্ৰতি-দ্বন্দ্বীক অপদস্থ অথবা ক্ষমতাচ্যুত কৰিবৰ কাৰণে ব্যৱহাৰ কৰে।

গুণাৰ মীৰ্ডালে তেওঁৰ বিখ্যাত এচিয়ান ড্ৰামা গ্ৰন্থত এই বিষয়ে আলোচনা কৰি লিখিছে: "It is the political bosses working on prejudices, grievances and frustrations, who are often responsible for student unrest at Indian universities and even more often for commual riots and friction, over language problem and state bound."

অসম তথা ভাৰতবৰ্ষৰ ভাষা সমস্যাটোক বহুবাৰ সঙ্কীৰ্ণ ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ কাৰণে ব্যৱহাৰ কৰা হৈছে। সেইকাৰণে ভাষাৰ প্ৰশ্নটোক কেন্দ্ৰ কৰি উত্তেজনাৰ আভাস দেখিলেই সমাজৰ মঙ্গলকামী আৰু সদিচ্ছা সম্পন্ন সকলো মানুহেই সুবিধাবাদী আৰু গণ্ডগোলজীৱী কিছুমান মানুহৰ প্ৰকৃত মতলৱ সম্পৰ্কে হুঁচিয়াৰ হৈ থকা প্ৰয়োজন।

অৱশ্যে ইয়াৰ অৰ্থ এই নহয় যে, নিজৰ ভাষাটোৰ অস্তিত্ব বা ভৱিষ্যত বিকাশৰ কথা চিন্তা কৰি কিছুমান মানুহ আন্তৰিকভাৱেই উত্তেজিত হৈ উঠে। অসমৰ এই উত্তেজনাৰ প্ৰধান উসৎ হ'ল বাংলাভাষী কাছাৰ জিলাখন। ভাষাৰ ভিত্তিত ৰাজ্যসমূহৰ পুনৰ্গঠন কৰাৰ সময়ত এই জিলাখন অসমৰপৰা বাদ দিয়া হলে অসমত ভাষা সমস্যাটোৰ জটিলতা বহুখিনি কমিলহেঁতেন বুলি আশা কৰিব পাৰি। নানা ৰাজনৈতিক কাৰণত সেইটো কৰা নহ'ল। কিন্তু সেইটো কৰিবৰ সময় এতিয়াও পাৰ হৈ যোৱা নাই। সম্ভৱ হলে কাছাৰ জিলাখন এতিয়াও অসমৰপৰা বাদ দিয়াটো উচিত বুলি আমি ভাবোঁ। ১৯৬০ চনত অসমৰ চৰকাৰী ভাষাৰ প্ৰশ্নটোৰ সমাধান হৈ যোৱাৰ পিচত শিক্ষাৰ মাধ্যমৰ প্ৰশ্নটোক কেন্দ্ৰ কৰি কাছাৰে সম্প্ৰতি আকৌ এটা নতুন সমস্যাৰ সৃষ্টি কৰিছে। তেওঁলোকে অসমীয়াৰ লগতে বাংলাকো অন্ততঃ কাছাৰ জিলাৰ কাৰণে শিক্ষাৰ মাধ্যম হিচাপে গুৱাহাটী বিশ্ববিদ্যালয়ে গ্ৰহণ কৰিব লাগে বুলি দাবী কৰিছে। ৬ জুন তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলে এই প্ৰশ্নটোৰ সম্পৰ্কে এটা চূড়ান্ত সিদ্ধান্ত লোৱাৰ কথা আছে; আৰু

খুব সম্ভৱ আমাৰ এই লিখা প্ৰকাশ হোৱাৰ আগে আগেই বিশ্ব-বিদ্যালয়ৰ দ্বাৰা সিদ্ধান্ত গ্ৰহণ কৰা হৈ যাব। গতিকে সেই সম্পৰ্কে আমি ইয়াত কৰা মন্তব্যৰ কোনো অৰ্থ নাথাকিব। তথাপি ৰেকৰ্ডৰ কাৰণে আমি এই বিষয়টো সম্পৰ্কে আমাৰ মতামত ইয়াত ব্যক্ত কৰি ৰাখিব খোজোঁ। ন্যায় বিচাৰৰ খাতিৰত এই কথা স্বীকাৰ কৰিবই লাগিব যে কাছাৰৰ বাংলা ভাষী অধিবাসীসকলে নিজৰ মাতৃভাষাৰ যোগেদি শিক্ষালাভ কৰিবলৈ যি দাবী কৰিছে তাত অযুক্তিকৰ বা আপত্তিজনক কথা একো নাই। কিন্তু আনহাতে এই কথাও সত্য যে যোৱা ডেৰশ বছৰ ধৰি বিভিন্ন সময়ত বাংলা ভাষাই অসমীয়া ভাষাৰ অস্তিত্ব যিভাৱে বিপন্ন কৰিবলৈ চেষ্টা কৰি আহিছে, সেই অভিজ্ঞতা স্মৰণ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত বাংলা ভাষাকো শিক্ষাৰ অন্যতম মাধ্যম হিচাপে স্বীকৃতি দিবলৈ অসমীয়া মানুহে সাহ কৰিব নোৱাৰে। গোজেই গজালি হোৱাৰ দৰে সময়ত ইয়েই অসমত অসমীয়া ভাষাৰ ন্যায্য আসনৰ প্ৰতি এটা বিপজ্জনক প্ৰত্যাহ্বান হৈ পৰিব, গতিকে কাছাৰৰ অধিবাসীসকলৰ ন্যায্য আশা-আকাঙ্ক্ষা পূৰণৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ত বাংলাকো শিক্ষাৰ অন্যতম মাধ্যম হিচাপে গ্ৰহণ কৰাৰ পৰিবৰ্তে অন্য কোনো বিকল্প ব্যৱস্থা গ্ৰহণ কৰাটো উচিত হ'ব।

বাংলা ভাষাৰ বাহিৰে আন কোনো ভাষাই অসমত বিশেষ সমস্যাৰ সৃষ্টি কৰিব পাৰিব বুলি আমি নাভাবোঁ। ব্ৰহ্মপুত্ৰ উপত্যকাৰ বঙালীসকলে এই ক্ষেত্ৰত প্ৰশংসনীয় বাস্তৱবুদ্ধি আৰু পৈণত দৃষ্টিভঙ্গীৰ পৰিচয় দিবলৈ আৰম্ভ কৰিছে যেন আমাৰ ধাৰণা হয়। পৰিতাপৰ কথা যে অসমৰ কোনো জন-গোষ্ঠীয়ে ভাষাৰ প্ৰশ্নটোক মাজে মাজে ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ কাৰণে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰে। লোকপিয়লৰ সময়ত তেওঁলোকে এবাৰ এটা ভাষাক আন এবাৰ আন এটা ভাষাক নিজৰ মাতৃভাষা বুলি ঘোষণা কৰে। ইয়াৰ মাজত ভাষা-প্ৰেমতকৈ ৰাজনৈতিক হেঁচা সৃষ্টি কৰাৰ মতলবহে বেছিকৈ ব্যক্ত হয়। ইয়াৰ দ্বাৰা তেওঁলোকৰ কিবা স্থায়ী লাভ হ'ব বুলি

আমি নাভাবোঁ। যিবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জন-গোষ্ঠীয়ে কেৱল আবেগৰ বশৱৰ্তী হৈ বা স্বতন্ত্ৰ পৰিচয়ৰ ( Identity ) সন্ধানত নিজৰ অবিকাশিত কথ্য ভাষাবোৰকো শিক্ষাৰ মাধ্যম কৰিবলৈ চেষ্টা কৰিছে, তেওঁলোকে বাস্তৱবুদ্ধিৰ পৰিচয় দি এটা কথা মনত ৰখা উচিত যে তেওঁলোকে চিৰকাল নিজৰ চুবুৰি বা মহকুমাৰ চাৰিসীমাতে আৱদ্ধ হৈ নাথাকি কৰ্মক্ষেত্ৰৰ সন্ধানত এদিন বৃহত্তৰ অসমলৈ ওলাই আহিবই লাগিব, আৰু তেতিয়া অসমীয়া ভাষাক বাদ দি চলিবলৈ তেওঁলোকৰ কোনো উপায় নাথাকিব। অসমৰ বৌদ্ধিক বিকাশ সামাজিক সংহতি আৰু সকলো মানুহৰ ব্যৱহাৰিক প্ৰয়োজন এই সকলো ফালৰ পৰা বিবেচনা কৰি অসমত অসমীয়া ভাষাক তাৰ প্ৰাপ্য মৰ্যাদা দিবলৈ কোনো মানুহেই অৰাজী হোৱা উচিত নহয়। ইয়াকে কৰবলৈ হলে ভাষা সম্পৰ্কীয় সকলো প্ৰশ্নকে ৰাজনৈতিক স্বাৰ্থ বুদ্ধিৰ কবলৰ পৰা মুক্ত কৰিব লাগিব। একেবাৰে শেহতীয়াকৈ কোনো কোনো নেপালী লোকেও নেপালী ভাষাৰ দাবীত মাত মতা শুনা গৈছে।

এনে দাবীয়ে অসমীয়া সমাজৰ লগত থকা তেওঁলোকৰ প্ৰীতিৰ সম্পৰ্ক ক্ষুণ্ণ কৰাৰ উপৰিও অযথা তেওঁলোকৰ কাৰণে নানা জটিল অসুবিধাৰ সৃষ্টি কৰিব। নেপালী ভাষাৰ দাবীত দাৰ্জিলিঙত নেপালীসকলৰ যি অধিকাৰ, অসমৰ নেপালীসকলৰ সেই অধিকাৰ নাই, কাৰণ অসমৰ কাৰণে নেপালী এটা সম্পূৰ্ণ বিদেশী ভাষা। গতিকে সময় থাকোঁতেই তেওঁলোকে এই ভুল পথত আগবঢ়াৰ পৰা বিৰত হ'ব বুলি আমি আশা কৰিলোঁ।

( ৭ জুন, ১৯৭২ )

# অ', বি, চি,

সৌ সিদিনালৈকে অসমৰ এটা বিশেষ গৰ্ব আছিল এই যে ভাৰতৰ আন বহুতো ৰাজ্যৰ নিচিনাকৈ অসমত জাত-পাতৰ ৰাজনীতি বা সাম্প্রদায়িকতাৰ প্রভাৱ বৰ বেছি নাই ; সেই মাৰাত্মক বিষ-ক্রিয়াৰ পৰা অসম বহুলাংশে মুক্ত। ভাৰতীয় হিন্দু সমাজৰ এটা ডাঙৰ অভিশাপ হ'ল অস্পৃশ্যতা। গান্ধীজীয়ে বিদেশী ঔপনিবেশিক শাসনৰ বিৰুদ্ধে সংগ্রামক যিমান গুৰুত্ব দিছিল, অস্পৃশ্যতাৰ বিৰুদ্ধে সংগ্রামকো সিমানেই বা কেতিয়াবা তাতোকৈ বেছিহে গুৰুত্ব দিছিল। কিন্তু অস্পৃশ্যতাৰ যি ভয়ংকৰ ৰূপ সমগ্র দাক্ষিণাত্য আৰু উত্তৰ ভাৰতৰ হিন্দি-ভাষী অঞ্চলবোৰত দেখা যায় ; তেনে ৰূপত অস্পৃশ্যতা অসমত কোনো দিনেই নাছিল। অসমত আৰ্য আৰু অনাৰ্য সংস্কৃতিৰ পৰিমাণৰ আধিক্যই হিন্দুয়ানীৰ চোকটো বহুত কমাই দিছিল। শংকৰদেৱৰ শিক্ষায়ো ( কুকুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম······ইত্যাদি ) অসমীয়া হিন্দু সমাজৰ দৃষ্টিভঙ্গী উদাৰ কৰাত সহায় কৰিছিল। হিন্দু-মুছলমান অনৈক্য বা সংঘৰ্ষ ভাৰতীয় সমাজৰ এটা ডাঙৰ জটিল সমস্যা। কিন্তু অসমীয়া হিন্দু-মুছলমানৰ মাজত কেতিয়াও কোনো ধৰণৰ সাম্প্রদায়িক সমস্যা নাছিল। লক্ষ্মীধৰ শৰ্মাই তেওঁৰ বিখ্যাত 'ছিৰাজ' গল্পত অসমীয়া হিন্দু-মুছলমানৰ মিলা-প্রীতিৰ যি ছবি আঁকিছে, সি লেখকৰ কল্পনা নহয়, অসমীয়া হিন্দু-মুছলমানৰ সম্পৰ্ক দৰাচলতে তেনেকুৱাই। তাৰ এটা প্রধান কাৰণ এয়ে হব পাৰে যে ভাৰতৰ আন বহুতো ৰাজ্যৰ নিচিনাকৈ অসমৰ হিন্দুসকলে অতীতত কেতিয়াও মুছলমান শাসনৰ 'আতিশয্যৰ' বা সাম্প্রদায়িক পক্ষপাতিতা সহ্য কৰিব লগা হোৱা নাছিল, ফলত মুছলমান সম্পৰ্কে তেওঁলোকৰ মনত কোনো বেদনাদায়ক স্মৃতি বা বিৰূপ মনোভাৱ নাই। ঠিক সেইদৰে আহোম-ৰাজত্বত বিভিন্ন সময়ত অসমলৈ আহি ইয়াত স্থায়ী-

ভাৱে বসবাস কৰিবলৈ লোৱা মুছলমানসকলেও কেতিয়াও ৰজা-প্ৰজা কাৰো পৰা বিজাতীয় ঘৃণা আৰু অবহেলাৰ সন্মুখীন হবলগা হোৱা নাই, বৰং তেওঁলোকে নিজ নিজ যোগ্যতা অনুসৰি ৰজাঘৰৰ নানা উচ্চ বিষয়ৰ বাব পাই অসমীয়া সমাজত সন্মানজনকভাৱে প্ৰতিষ্ঠিত হৈছিল, ফলত অসমীয়া হিন্দু আৰু মুছলমানৰ মনত অতীতৰ এনে কোনো বেদনাদায়ক স্মৃতি নাই—যি স্মৃতিয়ে এই দুয়ো সম্প্ৰদায়ৰ সম্পৰ্কত তিক্ততা বা পাৰস্পৰিক বিদ্বেষভাৱক সৃষ্টি কৰিব পাৰে। তদুপৰি, ওপৰত কৈ অহাৰ দৰে অসমীয়া হিন্দু সমাজৰ উদাৰ দৃষ্টিভঙ্গী আৰু লগতে গদাধৰ সিংহৰ দিনলৈকে গৰু-খোৱা নব্য-হিন্দু আহোমসকলৰ উদাৰ শাসনেও হিন্দু-মুছলমানৰ মাজত ভ্ৰাতৃত্ব-বন্ধন তৈয়াৰ কৰাত সহায় কৰিছিল। মুঠতে ভাৰতৰ অন্যান্য ঠাইত থকাৰ দৰে হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সমস্যা অসমত কোনোদিনেই নাছিল, এতিয়াও নাই। মাজতে যদি নিতান্ত সাময়িকভাৱে এই সমস্যা অসমতো দেখা দিছিল, তাৰ কাৰণ আছিল জনদিয়েক স্বাৰ্থান্বেষী ৰাজনৈতিক নেতাৰ উচটনি, আৰু লগতে পূৰ্ববংগৰ পৰা অসমলৈ অহা মুছলমানসকলে শ শ বছৰ ধৰি হিন্দু জমিদাৰৰ হাতত ভুগি অহা শোষণ আৰু অত্যাচাৰৰ বিষ-স্মৃতি। অসমীয়া সংস্কৃতিৰ ৰূপটোৱেই এনেকুৱা যে এই ৰাজনৈতিক উচটনি আৰু বিষ-স্মৃতি বেছি দিন স্থায়ী নহ'ল, স্থায়ী মিলনৰ মধুৰ ঐক্যতানৰ মাজত সাময়িক বিৰোধৰ বেসুৰীয়া আৱাজ সম্পূৰ্ণৰূপে বিলীন হৈ গ'ল।

অস্পৃশ্যতা বা হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সমস্যাই ভাৰতীয় সমাজৰ একমাত্ৰ সমস্যা নহয়। যুগ যুগ ধৰি জাতিভেদ প্ৰথাই হিন্দু সমাজত যি atomisation বা আণবিকীকৰণৰ প্ৰক্ৰিয়া অব্যাহত ৰাখিছে, তাৰ পৰিণাম স্বৰূপে হিন্দু সমাজত প্ৰচণ্ড অন্তৰবিৰোধো এই দেশৰ উন্নতিৰ পথত এটা ডাঙৰ হেঙাৰ হৈ আছে। হিন্দী-ভাষী উত্তৰ ভাৰতত এই Caste politics বা জাত-পাতৰ ৰাজনীতি ইমান এটা ডাঙৰ জটিল সমস্যা যে সমাজবাদৰ নামাৱলীয়ে সেই অঞ্চলৰ নেতাসকলৰ আচল স্বৰূপটো আজিও

ঢাকি ৰাখিব পৰা নাই ; আনকি মাৰ্ক্সবাদী দলবোৰেও জাত-পাতৰ দোহাই দিহে সেইবোৰ অঞ্চলত নিৰ্বাচনত প্ৰাৰ্থী থিয় কৰাবলগীয়া হয় বা ভোট খুজিব লগা হয়। মুখেৰে তেওঁলোকে যিমানে গান্ধীজী, সমাজবাদ, ধৰ্ম-নিৰপেক্ষতা আৰু প্ৰগতিবাদৰ বিষয়ে বৰ বৰ কথা নকওক কিয়, আচলতে তেওঁলোক কোনোৱেই জাতি-বৰ্ণ-ধৰ্ম-নিৰ্বিশেষে এখন সু-সংহত আধুনিক সমাজৰ নেতা নহয়, তেওঁলোক কোনোবা জাট্-নেতা, কোনোবা ভূমি-হৰ-নেতা, কোনোবা ব্ৰাহ্মণ-নেতা—ইত্যাদি। হিন্দী-ভাষী উত্তৰ ভাৰতত এই জাত-পাতৰ ৰাজনীতিৰ কু-প্ৰভাৱ কমকৈ অহাৰ পৰিবৰ্তে দিনে দিনে বাঢ়িবহে লাগিছে। ত্ৰিশ বছৰীয়া কংগ্ৰেছ শাসনৰ অন্যতম ডাঙৰ কলঙ্ক আৰু ব্যৰ্থতা এইটোৱেই যে শিক্ষাৰ দ্ৰুত বিস্তাৰ আৰু প্ৰগতিশীল সামাজিক আদৰ্শৰ প্ৰচাৰৰ দ্বাৰা ভাৰতীয় সমাজৰ আধুনিকীকৰণ ত্বৰান্বিত কৰাৰ পৰিবৰ্তে এই দলে ধৰ্মীয় সংকীৰ্ণতা আৰু জাতি-ভেদ প্ৰথা দীৰ্ঘ-স্থায়ী কৰাতহে সহায় কৰিলে। সমাজক উন্নতিৰ বাটত আগুৱাই নিব খোজা আধুনিক প্ৰগতিশীল আদৰ্শৰ যিসকলে বিৰোধিতা কৰে বা যিসকল লোকে অতীতৰ ক্ষতিকৰ নীতি-নিয়ম আৰু আদৰ্শবোধ আকুৰি থাকিব খোজে, সেই সকল লোকক প্ৰতিক্ৰিয়াশীল বুলি কোৱা হয়। এই অৰ্থত কংগ্ৰেছ এটা সাংঘাতিক প্ৰতিক্ৰিয়াশীল দল, কাৰণ এই দলে যোৱা ত্ৰিশ বছৰ ধৰি ৰাজনৈতিক স্বাৰ্থত জাতি-ভেদ প্ৰথাক জীয়াই ৰাখিছে আৰু হিন্দু সমাজৰ আধুনিকীকৰণৰ পথত অন্তৰায়ৰ সৃষ্টি কৰিছে। অৱশ্যে এই ক্ষেত্ৰত জনতা পাৰ্টিৰ ভূমিকা কংগ্ৰেছতকৈয়ো অধিক ক্ষতিকাৰক আৰু প্ৰতিক্ৰিয়াশীল হ'ব পাৰে।

সি যি নহওক, আমাৰ বক্তব্য এয়েই যে ভাৰতৰ অন্যান্য প্ৰান্তৰ নিচিনাকৈ অসমত অস্পৃশ্যতা আৰু হিন্দু-মুছলমানৰ সমস্যা যেনেকৈ উৎকট নাছিল, ঠিক তেনেকৈ জাত-পাতৰ সমস্যাও অসমত কোনো-দিনেই এটা ডাঙৰ সমস্যা নাছিল। অসমীয়া হিন্দু সংস্কৃতিত অনাৰ্য প্ৰভাৱৰ প্ৰাধান্যতাৰ ই এটা ডাঙৰ কাৰণ। আহোম, চুতীয়া, মিৰি, কছাৰী, কোচ আদি যিসকল লোক অসমীয়া হিন্দু সমাজৰ সংখ্যা-

গৰিষ্ঠ সম্প্ৰদায়, তেওঁলোকৰ সকলোৱেই মঙ্গোলীয় গোষ্ঠীসম্ভূত নব্য-হিন্দু বা ধৰ্মান্তৰিত হিন্দু। যোৱা যি এহাজাৰ বছৰ ধৰি অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া চলি আছিল (আৰু এতিয়াও চলি আছে), সেই দীঘলীয়া কালছোৱাত অসমত বিশুদ্ধ আৰ্য-বংশোদ্ভূত সনাতনী হিন্দুৰ শাসন চলা নাছিল, চলিছিল কোচ, চুতীয়া, কছাৰী আহোমৰ ৰাজত্ব। ফলত এইসকল লোকে সনাতনী হিন্দুসকলৰ দ্বাৰা স্থাপিত বা অপাংক্তেয় হোৱাৰ বেদনাদায়ক দীৰ্ঘ-স্মৃতি বহন কৰিবলগা হোৱা নাই। বৰং ব্ৰাহ্মণ-কায়স্থ আদি তথাকথিত উচ্চ বৰ্ণৰ হিন্দুসকলেই আছিল কোচ-কছাৰী-আহোমৰ আশ্ৰিত আৰু পৃষ্ঠপোষক। তদুপৰি এহাতে যেনেকৈ অসমৰ মাংস-ভোজী ব্ৰাহ্মণসকল উত্তৰ বা দক্ষিণ ভাৰতৰ ব্ৰাহ্মণসকলৰ তুলনাত আছিল অতিশয় উদাৰ সহনশীল, আনহাতে তেনেকৈ নব্য-হিন্দু আহোম, কছাৰী আৰু মিৰিয়ে মদ-গাহৰি খায়ো বা নিজৰ বহুতো অহিন্দু ক্ৰিয়া-কাণ্ড পালন কৰি থাকিও হিন্দু সমাজত জীন যোৱাৰ অধিকাৰ পাইছিল। ভাৰতৰ আন ঠাইত এনে ঘটনা ঘটা নাই। এই প্ৰসঙ্গতে স্মৰ্তব্য যে বৃটিছ-পূৰ্ব অসমৰ আটাইতকৈ ডাঙৰ সাম্প্ৰদায়িক সংঘৰ্ষটো অৰ্থাৎ মোৱামৰীয়া বিদ্ৰোহ বৰ্ণ-হিন্দুৰ আধিপত্য বা অত্যাচাৰৰ বিৰুদ্ধে সংঘটিত হোৱা নাছিল, সেই জুই জ্বলিছিল নটীৰ কন্যা আৰু আহোম নৃপতিৰ জায়া ফুলেশ্বৰী কুঁৱৰীৰ বিৰুদ্ধে, বিদ্ৰোহ হৈছিল আহোম-শাসনৰ বিৰুদ্ধে। মুঠতে, নানা ঐতিহাসিক কাৰণত জাতি-ভেদ প্ৰথাই অসমীয়া হিন্দু সমাজত উত্তৰ ভাৰতৰ নিচিনাকৈ কেতিয়াও বিষাক্ত বা প্ৰবল ৰূপ লোৱা নাছিল। সম্পূৰ্ণ-মিলন বা সংহতিৰ পথত কিবা যদি অন্তৰায় দেখা দিছিল, তাৰ প্ৰধান কাৰণ আছিল বিবৰ্তনৰ পথত বিভিন্ন জাতি-গোষ্ঠীৰ অগ্ৰগতিৰ হীন-দেঢ়ি। নিম্নবৰ্ণ-হিন্দুৰ ওপৰত উচ্চবৰ্ণ-হিন্দুৰ অন্যায় আধিপত্য নহয়।

এইখিনি কথা কোৱাৰ অৰ্থ এইটো যে অসমীয়া হিন্দু সমাজ সকলো প্ৰকাৰৰ জাত-বিচাৰৰ প্ৰভাৱৰ পৰা মুক্ত এখন আদৰ্শ সমাজ আছিল। ব্ৰাহ্মণ-কায়স্থসকলে তেওঁলোকৰ অৱচেতন মনত এটা

স্মৃতি পুহি ৰাখিব পাৰে যে আহোমৰাজ গদাধৰ সিংহই বৈষ্ণৱসকলৰ ওপৰত নিৰ্যাতন কৰিছিল। কিন্তু গদাধৰ সিংহ যে কোনো সাম্প্ৰদায়িক মনোভাৱৰ দ্বাৰা চালিত হোৱা নাছিল, বুৰঞ্জীত তাৰ স্পষ্ট প্ৰমাণ আছে। ধৰ্মানুসৰণৰ নাম কৰি এক শ্ৰেণীৰ মানুহ সমাজৰ ৰঘুমলা হোৱাৰ দৃশ্যটো তেওঁ সহ্য কৰিব পৰা নাছিল, তেওঁ জোৰ-জবৰদস্তি কৰি সেই মানুহবোৰক কামত লগাইছিল। গদাধৰ সিংহই সত্ৰৰ কেৱলীয়া বহি-খোৱা ভকতসকলৰ বিৰুদ্ধে যি ব্যৱস্থা লৈছিল, ৰাছিয়াৰ পিটাৰ ডা গ্ৰেটে খৃষ্টীয় মঠৰ সন্ন্যাসীসকলৰ বিৰুদ্ধে আৰু মাও-ছে-টুঙে চীনৰ বুদ্ধিজীৱীসকলৰ বিৰুদ্ধে ঠিক একে ব্যৱস্থাই লৈছিল। বিশেষকৈ পিটাৰ ডা গ্ৰেটৰ এটা কামৰ লগত গদাধৰ সিংহৰ আচৰিত মিল দেখা যায়। হেৰল্ড্ নিকলছনে লিখিছে: His administrative reforms were also devised to strengthen his own autocracy and to provide further man-power for the military forces. He drastically disciplined the monasteries, which had proved too facile sanctuary for young men desiring to evade military service—সি যি কি নহওক, আহোম-শাসনৰ জাত বিচাৰৰ কু-প্ৰভাৱে বা হিন্দুৱানীৰ গোঁড়ামীয়ে অসমীয়া সমাজত বিশেষ একো সমস্যাৰ সৃষ্টি কৰিব পৰা নাছিল। আহোম-শাসন আছিল এক প্ৰকাৰৰ মেৰিট'ক্ৰেচি; সাত-ঘৰীয়া আহোমৰ কাৰণে সংৰক্ষিত কেইটামান উচ্চ বিষয়-বাবৰ বাহিৰে বাকীসকলে ৰজা-ঘৰীয়া বিষয় হিন্দু-মুছলমান, বামুণ-শুদিৰ নিৰ্বিশেষে সকলোৱে পাব পাৰিছিল। ব্ৰাহ্মণৰ বুদ্ধি আৰু বাক-পটুতাৰ কাৰণে কটকীৰ বিষয়-বাব আছিল ব্ৰাহ্মণৰ একচেতীয়া; মুছলমান আৰু কৈবৰ্তই হাজৰিকা-শইকীয়াৰ পদ পাইছিল; কছাৰীৰ পতালী বৰবৰুৱা হৈছিল। ফলত আহোম শাসনত কোনো ধৰণৰ সাম্প্ৰদায়িক সমস্যা নাছিল। কিন্তু বৃটিছ শাসনত অসমতো সাম্প্ৰদায়িকতাৰ সূত্ৰপাত হ'ল। তাৰে ভিতৰত চাৰ ছাদুল্লাৰ নেতৃত্বত আৰম্ভ হোৱা মুছলমান সাম্প্ৰদায়িকতা আছিল

সৰ্বভাৰতীয় সাম্প্ৰদায়িক ৰাজনীতিৰ অৱশ্যম্ভাৱী ফলশ্ৰুতি। কিন্তু অসমীয়া হিন্দু সমাজৰ ভিতৰত আৰম্ভ হোৱা জাত-পাতৰ বিচাৰ বা সাম্প্ৰদায়িক ৰাজনীতিৰ আলোচনা প্ৰসঙ্গত প্ৰথমে উল্লেখ কৰিব পাৰি চল্লিশৰ দশকত উগ্ৰ ৰূপ ধাৰণ কৰা আহোমসকলৰ সাম্প্ৰদায়িক আন্দোলনৰ কথা। এটা সাংস্কৃতিক অনুষ্ঠান হিচাপে আৰম্ভ হোৱা আহোম সভাই চল্লিশৰ দশকৰ সোঁ-মাজত সাম্প্ৰদায়িক ভিত্তিত বিধান সভাত স্বকীয়া প্ৰতিনিধিত্বৰ দাবী কৰি এটা প্ৰবল আন্দোলনৰ সূচনা কৰে। সাম্প্ৰদায়িক ৰাজনীতিৰ ক্লেদাক্ত পথলৈ আহোমসকলক কিহে ঠেলি দিছিল? আপাতদৃষ্টিত এটা নিতান্ত তুচ্ছ ঘটনাই। এবাৰ আউনী আটীয় সত্ৰাধিকাৰে চফৰ কৰিবলৈ আহি দিখৌৰ পাৰত বাহৰ কৰি আছিল। গোসাঁই-ঈশ্বৰৰ দৰ্শনাৰ্থী ভকতসকলক খুৱাবলৈ দিখৌ নৈৰ বুকুত এখন নাৱত কোমল চাউল তিয়াই থোৱা হৈছিল। ওচৰৰে গাঁৱৰ এজন হোজা আহোম মানুহে নৈত মুখ-হাত ধুই খন্তেক জিৰাবৰ কাৰণে সেই কোমল চাউল তিয়াই থোৱা নাও-খনৰ টিঙতে বহিল। গোসাঁইৰ এজন আল-ধৰাই দৃশ্যটো দেখিয়েই আহোমৰ স্পৰ্শত জলপানৰ নাওখন চুৱা হ'ল বুলি চিঞৰ-বাখৰ কৰি আহোম মানুহ জনৰ চকুৰ আগতে গোটেই নাওৰ কোমল চাউল দিখৌৰ পানীত পেলাই দিলে। সেই কাৰ্যই হোজা আহোমজনক ভীষণ ক্ৰুদ্ধ কৰি তুলিলে। আহোমসকল ইমানেই অস্পৃশ্য নে যে তেওঁ নাওখনৰ টিঙত বহিলেও গোটেই নাও জলপান চুৱা হব লাগে? তেওঁ কোবাকুবিকৈ ঘৰলৈ গ'ল আৰু আহোমসকলৰ সমাজ চপাই নিজৰ মৰ্ম-বেদনা প্ৰকাশ কৰিলে। এই সামান্য ঘটনাটোৱেই আহোমসকলক বৰ্ণ-হিন্দু-বিৰোধী সাম্প্ৰদায়িক আবেগেৰে উদ্দীপ্ত কৰি তুলিলে। কিন্তু কু-সংস্কাৰাচ্ছন্ন মুষ্টিমেয় বামুণ গোসাঁইৰ অবিবেচক কাৰ্যই সকলো আহোমৰ শুভ-বুদ্ধিক বিফল কৰিব নোৱাৰিলে। ১৯৪৫ চনৰ নিৰ্বাচনত আহোম সভাই সাম্প্ৰদায়িক দাবীত আহোম প্ৰধান লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাত বাৰজন প্ৰাৰ্থী থিয় কৰাইছিল। তেওঁলোকৰ দাবীৰ প্ৰতি ছাদুল্লা মন্ত্ৰী সভাৰ পূৰ্ণ সমৰ্থন

আৰু সক্ৰিয় সহযোগিতা আছিল। আহোম সভাৰ প্ৰধান নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিঃ নিজে আছিল মন্ত্ৰীসভাৰ অন্যতম সদস্য। তদুপৰি আহোম প্ৰাৰ্থীসকলৰ ভিতৰত আছিল সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিঃ আৰু অধ্যাপক পদ্মেশ্বৰ গগৈৰ লেখীয়া মানুহ। কিন্তু তথাপি, আহোম সাম্প্ৰদায়িকতাৰ সেই উন্মাদনাময় দিনবোৰতো, ১৯৪৫ চনৰ নিৰ্বাচনত বাৰজন আহোম প্ৰাৰ্থীয়ে পৰাজিত হ'ল। সিয়েই প্ৰমাণ কৰিলে যে সৰ্বসাধাৰণ আহোম ৰাইজ সাম্প্ৰদায়িক ৰাজনীতিৰ দ্বাৰা প্ৰভাৱিত নহয়।

১৯৪৭ চনত দেশ স্বাধীন হ'ল আৰু লগে লগে অসমত সাম্প্ৰদায়িক ৰাজনীতিৰ অৱসান ঘটিল। চাৰ ছাদুল্লাই কংগ্ৰেছত যোগ দি গণ-পৰিষদৰ প্ৰতিনিধি নিৰ্বাচিত হ'ল আৰু সংবিধানৰ খচৰা-প্ৰস্তুতকাৰী ৯ জনীয়া কমিটিৰ অন্যতম সদস্য হ'ল। সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিয়ে কংগ্ৰেছত যোগ দি লোকসভালৈ নিৰ্বাচিত হ'ল আৰু ১৯৫২ চনত কেন্দ্ৰীয় মন্ত্ৰীসভাৰ প্ৰথম অসমীয়া উপ-মন্ত্ৰী হ'ল। স্বাধীনতাৰ আগতে অধ্যাপক পি. এম. চাৰোয়ানৰ নেতৃত্বত গঢ়ি উঠা আন এটা সাম্প্ৰদায়িক দল সৰ্বদল বিলুপ্ত হ'ল। এসময়ত সাম্প্ৰদায়িক ৰাজনীতি কৰা অসম ট্ৰাইবেল লীগে নিজৰ কৰ্মক্ষেত্ৰ কেৱল সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰলৈ সংকোচিত কৰিলে। মুছলিম লীগ অসমৰ পৰা সম্পূৰ্ণ বিলুপ্ত হ'ল। এইদৰে অসমত সাম্প্ৰদায়িকতাৰ বিষ-মুক্ত এটা নতুন ৰাজনৈতিক বাতাবৰণৰ সৃষ্টি হ'ল।

কিন্তু বহুবছৰৰ মূৰত অসমত নতুনকৈ সাম্প্ৰদায়িক ৰাজনীতিৰ সূচনা কৰিলে শ্ৰীশৰৎ চন্দ্ৰ সিংহ আৰু তেওঁৰ মন্ত্ৰীসভাই ১৯৭২ চনৰ পৰা।

যদিও আগৰ প্ৰৱন্ধত কৈ অহা হ'ল যে শ্ৰীশৰৎ চন্দ্ৰ সিংহ আৰু তেওঁৰ মন্ত্ৰীসভাই অসমত এক নতুন সাম্প্ৰদায়িকতাবাদৰ সূচনা কৰিলে, তথাপি সত্যৰ খাটিৰত স্বীকাৰ কৰিব লাগিব যে এই নতুন সাম্প্ৰদায়িকতাৰ শ্লোগান অসমত প্ৰথম আৰম্ভ কৰিছিল শ্ৰীদেৱকান্ত বৰুৱাই।

দেৱকান্ত বৰুৱাৰ জীৱনত কোনোবা এসময়ত নিশ্চয় এনে এটা ঘটনা ঘটিছিল — যি ঘটনাই তেওঁক উগ্ৰ ব্ৰাহ্মণ-বিদ্বেষী কৰি তুলিছিল। তেওঁ এই ব্ৰাহ্মণ-বিদ্বেষ কেতিয়াও গোপন কৰিবলৈ চেষ্টা কৰা নাই। মাজে মাজে তেওঁৰ এই ব্ৰাহ্মণ-বিদ্বেষ পেথলজিকেল্ ৰূপ লয়। কিন্তু আচৰিত কথা এইটোহে যে তেওঁৰ এই বিদ্বেষ কেৱল অসমীয়া ব্ৰাহ্মণসকলৰ মাজতে সীমাবদ্ধ। কিন্তু কেন্দ্ৰত ইন্দিৰা গান্ধী, উমাশংকৰ দীক্ষিত, কমলাপতি ত্ৰিপাঠী, ললিতনাৰায়ণ মিশ্ৰ, শংকৰদয়াল শৰ্মা আদি ব্ৰাহ্মণসকলৰ ৰাজত্ব চলিল। তেওঁৰ মতে হিন্দু সমাজৰ প্ৰগতিত দুৰ্লজ্ঘ্য বাধাৰ সৃষ্টি কৰে কেৱল অসমীয়া ব্ৰাহ্মণ-কেইজনেহে।

দেৱকান্ত বৰুৱাই অৱশ্যে তেওঁৰ এই জাতি-বিদ্বেষক এটা শ্ৰুতি-মধুৰ তাত্ত্বিক ৰূপ দিবলৈ চেষ্টা কৰিছিল। তেওঁৰ এটা বিখ্যাত পুনৰাবৃত্ত উক্তি হ'ল এই যে য়ুৰোপৰ সমস্যা হ'ল কেৱল ধনী-দুখীয়াৰ সমস্যা; গতিকে কেৱল অৰ্থনৈতিক শ্ৰেণীবিলুপ্তিয়েই তাত সামাজিক সমতা আৰু ন্যায় প্ৰতিষ্ঠা কৰিব পাৰে। কিন্তু ভাৰতৰ সমস্যা কেৱল ধনী-দুখীয়াৰ সমস্যা নহয়, তাৰ লগতে ইয়াত আছে উচ্চজাত আৰু নীচজাতৰ সমস্যা। অৰ্থাৎ ইয়াত অৰ্থনৈতিক শোষণৰ লগতে আছে জাতবিচাৰৰ নামত সামাজিক শোষণ আৰু নিৰ্যাতনৰ সমস্যা। গতিকে ভাৰতত অৰ্থনৈতিক বিপ্লৱৰ লগে লগে এটা সামাজিক বিপ্লৱো হব লাগিব।

দেৱকান্ত বৰুৱাৰ এই সিদ্ধান্তৰ লগত একমত হোৱাত কোনো আপত্তি নাই। য়ুৰোপত ধনী শ্ৰেণীৰ মানুহৰ মাজত বেলেগ আন একো পাৰ্থক্য বা শ্ৰেণী-বৈষম্য নাই। কিন্তু ভাৰতত এজন ধনী ব্ৰাহ্মণ বা কায়স্থই এজন ধনী হৰিজনক কেতিয়াও একে শাৰীতে ঠাই নিদিয়ে; অৰ্থনৈতিক সমতা থাকি যোৱাৰ পিছতো ইয়াত থাকি যাব সামাজিক অসমতা। গতিকে দেৱকান্ত বৰুৱাৰ ভাষাতেই কবলৈ গ'লে ভাৰতত অৰ্থনৈতিক বিপ্লৱৰ লগে লগে এটা সামাজিক বা সাংস্কৃতিক বিপ্লৱো নিশ্চয় সংঘটিত হব লাগিব। কিন্তু সেই বিপ্লৱৰ ৰূপ কি হব লাগিব অসমত দেৱকান্ত বৰুৱা আৰু শৰৎচন্দ্ৰ সিংহই

সূচনা কৰা বিধৰ সাম্প্ৰদায়িক ভেদ-বুদ্ধিৰ ৰাজনীতি ? "Communalism a revolution ? my foot !"

উনবিংশ শতাব্দীতেই ভাৰতৰ এই সামাজিক বিপ্লৱ আৰম্ভ হৈছিল আৰু তাৰ নেতৃত্ব লৈছিল বংগদেশে। সেই ইতিহাস এক বিৰাট মহাভাৰত। ইয়াত প্ৰসংগক্ৰমে মাত্ৰ দুই-এটা কথা উল্লেখ কৰিলেই যথেষ্ট হব। ১৮১৩ চনত বিলাতৰ হাউছ অৱ কমনছে নিৰ্দেশ দিলে যে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে বছৰি একলাখ টকা খৰচ কৰিব লাগে। প্ৰাচীন পন্থীসকল উঠি-পৰি লাগিল যে এই টকা সংস্কৃত ভাষাৰ শিক্ষাৰ কাৰণেই খৰচ কৰিব লাগিব। কিন্তু ভাৰতীয় নৱ-জাগৰণৰ জনক ৰাজা ৰামমোহন ৰায়ে সৱল যুক্তি দেখুৱাই চিঠি লিখিলে যে সংস্কৃত শিক্ষাৰ কাৰণে নহয়, ভাৰতীয়সকলক গণিত, প্ৰাকৃতিক দৰ্শন, ৰসায়ন, জ্যোতিৰ্বিজ্ঞান আৰু অন্যান্য কাৰ্যকৰী বিষয়ত শিক্ষা দিবৰ কাৰণেহে এই টকা খৰচ কৰিব লাগিব। অৱশেষত ৰামমোহন ৰায়ৰ যুক্তিয়েই ৰক্ষিল। য়ুৰোপীয় আদৰ্শৰ লিবাৰেল শিক্ষাৰ প্ৰচাৰেইহে ভাৰতত এটা বিৰাট সামাজিক বিপ্লৱৰ সূচনা কৰিছিল, সেই কথা আজি কোনোবাই অস্বীকাৰ কৰিব পাৰেনে ? ঠিক সেইদৰে সংস্কৃত-পণ্ডিত-শিৰোমণি ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে প্ৰায় অকলশৰে বহু হাজাৰ বছৰ ধৰি নিৰ্মিত এক বিৰাট সামাজিক অচলায়তনৰ বিৰুদ্ধে যুদ্ধ কৰি বিধবা-বিবাহ প্ৰচলন কৰিছিল, আৰু সিয়েই হিন্দু-সমাজৰ আধুনিকীকৰণৰ সূচনা কৰিছিল। কিন্তু দুৰ্ভাগ্যৰ কথা যে উনবিংশ শতাব্দীত আৰম্ভ হোৱা এই সমাজ-বিপ্লৱ দিনে দিনে সৱলতৰ কৰি তোলাৰ পৰিবৰ্তে গান্ধীজীৰ নেতৃত্বাধীন জাতীয় আন্দোলনে তাৰ গতিবেগ ব্যাহত কৰি তুলিলে। অস্পৃশ্যতাৰ বিৰুদ্ধে সংগ্ৰাম কৰি তেওঁ নিশ্চয় এটা প্ৰসংশনীয় কাম কৰিছিল, কিন্তু তাৰ লগে লগে ৰাজনৈতিক আন্দোলনৰ ওপৰত এটা ডাঠ ধৰ্মীয় প্ৰলেপ সানি দি তেওঁ সামাজিক বিপ্লৱক প্ৰায় খটম্ কৰি পেলাইছিল। গো-ৰক্ষা আৰু হিন্দুৰ চতুৰ্বৰ্ণ ৰক্ষাৰ সপক্ষে গান্ধীজীয়ে দেখুওৱা ধৰ্মীয় উন্মাদনাই ভাৰতত

হিন্দু ৰক্ষণশীলতা আৰু জাতিভেদ-প্ৰথাক দীৰ্ঘস্থায়ী কৰি তুলিলে। ভাৰতৰ জাতীয় আন্দোলনৰ এটা ডাঙৰ ব্যৰ্থতা হ'ল এইটোৱেই যে ই যাইকৈ এটা ৰাজনৈতিক আন্দোলন হৈয়েই থাকিল, তাৰ লগে লগে সামাজিক আৰু অৰ্থনৈতিক বিপ্লৱ সৃষ্টি কৰিবৰ কাৰণে কোনো চেষ্টা কৰা নহ'ল।

আজি দেৱকান্ত বৰুৱা আৰু শৰৎচন্দ্ৰ সিংহই অসমত সেই বিপ্লৱ কৰিব খুজিছে। কেনেকৈ? তেওঁলোকৰ প্ৰথম প্ৰতিপাদ্য বিষয় হ'ল এইটোৱেই যে বামুণ-কায়স্থ-কলিতা আদি তথাকথিত উচ্চ-বৰ্ণৰ হিন্দুখিনি সংখ্যাত মাত্ৰ এমুঠিমান হোৱা সত্বেও নিজৰ বুদ্ধি-বৃত্তি আৰু Privileged position বা সুবিধাজনক স্থিতিৰ জোৰত তেওঁলোকেই অসমৰ ৰাজনীতি আৰু চাকৰি-বাকৰি আদিৰ ক্ষেত্ৰত ইমানদিনে প্ৰভুত্ব কৰি আহিছে,—অতএব তেওঁলোকক সেই প্ৰভুত্বৰ আসনৰ পৰা চ্যুত কৰিব নোৱাৰালৈকে বাকী লোকসকলৰ আৰ্থিক, সামাজিক আৰু ৰাজনৈতিক উন্নতি অসম্ভৱ। কিন্তু সেইটো কৰাৰ উপায় কি? সেইটো কৰাৰ উপায় হ'ল: (১) অনুন্নত সম্প্ৰদায়ৰ লোকসকলে ৰাজনৈতিক ক্ষমতা দখল কৰিব লাগিব; (২) সেই ক্ষমতা দীৰ্ঘস্থায়ী কৰিবৰ কাৰণে বামুণ-কায়স্থ-কলিতাৰ বাহিৰে বাকী আন সকলো সম্প্ৰদায়ৰ লোকক সংগঠিত আৰু একত্ৰিত কৰি বামুণ-কায়স্থ-কলিতাৰ অৱস্থা চক্ৰব্যূহৰ মাজত অভিমন্যুৰ নিচিনা কৰিব লাগিব; (৩) উচ্চ-বৰ্ণৰ হিন্দুসকল যিহেতু ইতিমধ্যেই বহুত আগবাঢ়ি গ'ল, গতিকে তেওঁলোকক আৰু আগবাঢ়িবলৈ সুবিধা নিদি, অৰ্থাৎ য'তে আছে ত'তে ৰাখি অন্যান্য অনুন্নত সম্প্ৰদায়ৰ লোকসকলক পক্ষপাতমূলক ৰাজনৈতিক পৃষ্ঠপোষকতাৰ দ্বাৰা আগবাঢ়ি যাবলৈ সুবিধা দিব লাগিব; (৪) এটা উচ্চ-বৰ্ণ-বিৰোধী মনোভাৱ জগাই ৰাখি সাম্প্ৰদায়িক ভেদ-বুদ্ধিৰ দ্বাৰা জনজাতি, অনুসূচিত সম্প্ৰদায়, মুছলমান আৰু অ', বি, চিক (অন্যান্য অনুন্নত সম্প্ৰদায়) একত্ৰিত আৰু সংগঠিত কৰি ৰাখিব পাৰিলে বৰ্ণ-হিন্দুসকলক আৰু বহু বছৰৰ কাৰণে কাৰ্যকৰী ৰাজনৈতিক ক্ষমতাৰ পৰা বঞ্চিত কৰি ৰাখিব পৰা যাব।

ভাৰতীয় সংবিধানে দুটা জন-গোষ্ঠী বা সম্প্ৰদায়ক বিশেষভাৱে অনুন্নত বুলি মানি লৈছে আৰু তেওঁলোকৰ দ্ৰুত উন্নতিৰ কাৰণে সংবিধানত বিশেষ ধাৰা সন্নিবিষ্ট কৰা হৈছে। সেই দুটা জন-গোষ্ঠী হ'ল অনুসূচিত জাতি আৰু অনুসূচিত জনজাতি। তেওঁলোকৰ কাৰণে বিশেষ সাংবিধানিক ব্যৱস্থা প্ৰথমে দহবছৰৰ কাৰণে ধাৰ্য কৰা হৈছিল ; কিন্তু সংবিধানৰ অষ্টম সংশোধনীৰ দ্বাৰাই তাক পিছত বিশ বছৰীয়া কৰা হ'ল। গতিকে এই দুটা সম্প্ৰদায়ক লৈ অসম চৰকাৰে ৰাজনীতিৰ খেলা খেলিছে বুলি অভিযোগ কৰিব নোৱাৰি। বৰং এই দুই জন-গোষ্ঠীৰ প্ৰতি চৰকাৰৰ যি সাংবিধানিক দায়িত্ব আৰু কৰ্তব্য আছে, সেইখিনি যথাযথভাৱে পালন নকৰাৰ অভিযোগতেই অসমৰ জনজাতীয় সম্প্ৰদায়ে বিক্ষুব্ধ হৈ বিচ্ছিন্নতাবাদী আন্দোলনৰ সূচনা কৰিছিল।

কিন্তু এটা সময়ত চৰকাৰৰ ধাৰণা হ'ল যে অনুসূচিত জাতি আৰু জনজাতিৰ বাহিৰেও হিন্দু সমাজত আৰু কেতবোৰ এনেকুৱা সম্প্ৰদায় আছে—যিবোৰ সম্প্ৰদায় আৰ্থিক আৰু সামাজিকভাৱে অন্যান্য হিন্দু সম্প্ৰদায়তকৈ যথেষ্ট পিছপৰা হৈ আছে ; এই সম্প্ৰদায়বোৰৰ দ্ৰুত উন্নতিৰ কাৰণেও কিছুমান বিশেষ ব্যৱস্থা কৰা দৰকাৰ। এই বিশেষ ব্যৱস্থাবোৰৰ ভিতৰত শিক্ষাৰ কাৰণে বৃত্তি-দিয়া আৰু কেতবোৰ বিশেষ সুবিধা দিয়াটোৱেই প্ৰধান। এই সম্প্ৰদায়বোৰৰ নাম দিয়া হ'ল Other backward classes (O. B. C.) বা অন্যান্য অনুন্নত সম্প্ৰদায়।

শৰৎচন্দ্ৰ সিংহ অসমত ৰাজনৈতিক ৰংগমঞ্চত মুখ্যমন্ত্ৰীৰূপে আবিৰ্ভূত হোৱাৰ আগৰ পৰাই অসমত এই তথাকথিত অ' বি চিৰ অস্তিত্ব আছিল আৰু সেইবোৰ সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীয়ে শিক্ষাৰ ক্ষেত্ৰত কেতবোৰ বিশেষ সা-সুবিধা পাই আছিল। কিন্তু শৰৎচন্দ্ৰ সিংহৰ আগতে আন কোনো এজন মুখ্যমন্ত্ৰীয়েই অ' বি চি সকলক এটা উচ্চ-বৰ্ণ-বিৰোধী আন্দোলন বা ৰাজনৈতিক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰা নাছিল। শৰৎচন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী হোৱাৰ লগে

লগেই তেওঁৰ উগ্ৰ সাম্প্ৰদায়িক দৃষ্টি-ভঙ্গীৰ প্ৰথম পৰিচয় পোৱা গ'ল মন্ত্ৰীসভা গঠনত। মন্ত্ৰীসভাত মুছলমান, কাছাৰৰ বঙালী, অনুসূচীত জাতি, জনজাতি আৰু শ্ৰমিকক সাম্প্ৰদায়িক প্ৰতিনিধিত্ব দিয়াৰ পৰম্পৰা আগৰে পৰাই চলি আছিল কিন্তু শৰৎ সিংহই তাৰ লগতে মন্ত্ৰীসভাৰ অ' বি চিৰ প্ৰাধান্যৰ এটা নতুন আয়তন সংযোজিত কৰিলে। তেওঁৰ মন্ত্ৰীসভাৰ দুজন কোচ আৰু দুজন আহোমে ঠাই পালে। কেৱল দুজন কিয়—চাৰিজনকৈ কোচ আৰু আহোম তেওঁৰ মন্ত্ৰীসভাত ঠাই পোৱা হ'লেও কোনেও তেওঁৰ এই কামৰ মাজত সাম্প্ৰদায়িক ভেদ-বুদ্ধি আৱিষ্কাৰ নকৰিলেহেঁতেন, যদিহে মানুহৰ চকুত লাগি যোৱাকৈ প্ৰকৃত যোগ্যতা-সম্পন্ন বামুণ-কলিতা-কায়স্থ সম্প্ৰদায়ৰ লোকসকলক তেওঁৰ প্ৰথম মন্ত্ৰীসভাত পৰা সযতনে বাদ দি থোৱা নহ'লহেঁতেন। স্বৰ্ণপ্ৰভা মহন্ত আৰু বিষ্ণুপ্ৰসাদক এই মন্ত্ৰীসভাত ঠাই দিয়া হৈছিল সঁচা, কিন্তু শৰৎ সিংহৰ নিজৰ ভাৱ-গতিৰ পৰাই মানুহৰ মনত এটা ধাৰণাৰ সৃষ্টি হ'ল যে কেৱল বদনামৰ পৰা হাত সাৰিবৰ কাৰণে বা চক্ষুলজ্জা ঢাকিবৰ কাৰণেহে এই দুজন লোকক মন্ত্ৰীসভাত ঠাই দি বৰ্ণহিন্দুকো প্ৰতিনিধিত্ব দিয়া হৈছে বুলি দাবী কৰা হ'ল। কিন্তু প্ৰকৃতপক্ষে, সম্পূৰ্ণভাৱে এখন অ' বি চি-প্ৰভাবিত মন্ত্ৰীসভা গঠন কৰা হ'ল। লগতে দাবী কৰা হ'ল যে কোচ বংশোদ্ভূত শৰৎচন্দ্ৰ সিংহই হ'ল অসমৰ প্ৰথম অ' বি চি মুখ্যমন্ত্ৰী। অসমৰ দ্বিতীয়জন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিও যে কোচ আছিল, সেই কথা তেওঁলোকে ইচ্ছা কৰিয়েই পাহৰি থাকিল। বিষ্ণুৰাম মেধিয়ে নিজে কেতিয়াও নিজক কোচ বুলি ভবা নাছিল। জাতিসম্প্ৰদায়-নিৰ্বিশেষে অন্ধ আৰু উগ্ৰ অসমীয়া-প্ৰীতিয়েই আছিল তেওঁৰ ৰাজনৈতিক জীৱনৰ এটা 'কালিমা'।

শৰৎ সিংহৰ মন্ত্ৰীসভাৰ পৰা বামুণ-গোসাঁইসকল বাদ পৰিছিল, —কেৱল সেই কাৰণতে অৱশ্যে তেওঁক সাম্প্ৰদায়িক বুলি দোষাৰোপ কৰা টান হ'লহেঁতেন। কিন্তু সিংহ মন্ত্ৰীসভাই শাসনক্ষমতা হাতত লোৱাৰ মুহূৰ্তৰ পৰাই অসমত আগতে কেতিয়াও নোহোৱা-নোপজা

এটা নতুন ঘটনা ঘটিল। ভৰভৰকৈ কাঠফুলা গজি উঠাৰ দৰে অসমত হঠাতে ধুবুৰীৰ পৰা শদিয়ালৈকে কোচ সম্মিলন, চুতীয়া সম্মিলন, যোগী সম্মিলন, আহোম সম্মিলন, সুত সম্মিলন আদি অজস্র সাম্প্রদায়িক অনুষ্ঠান গঢ়ি উঠিছিল। মুঠতে অসমীয়া হিন্দু-সমাজত যিমানবোৰ সৰু-বৰ সম্প্রদায় আছে, প্রত্যেকৰে একো একোখন সম্মিলন হ'ল। আকৌ এই গোটেইবোৰ অনুষ্ঠানকে সম্মিলিত কৰি ৰাজ্যিক ভিত্তিত আৰু সম্পূর্ণ চৰকাৰী পৃষ্ঠপোষকতাত এটা অ' বি চি সংস্থা গঢ়ি তোলা হ'ল। কিছুদিনৰ ভিতৰতে অ' বি চি ছাত্র সম্মিলন, অ' বি চি যুৱক সম্মিলন আদি নামত এই নতুন ৰাজনৈতিক সংস্থাৰ বিভিন্ন ফ্রন্ট সংগঠনো গঢ়ি উঠিল। মুখ্যমন্ত্রীকে আৰম্ভ কৰি মন্ত্রী-সভাৰ অ' বি চি সম্প্রদায়ভুক্ত মন্ত্রীসকলে আৰু কংগ্রেছী বিধায়কসকলে অসমৰ অ' বি চি আন্দোলনৰ নেতৃত্ব গ্রহণ কৰিলে। হৰেন্দ্রনাথ তালুকদাৰ, হিতেশ্বৰ শইকীয়া, গোলোক ৰাজবংশী আৰু তৰুণ চুতীয়া আদিৰ নাম এই প্রসংগত বিশেষভাৱে উল্লেখযোগ্য। সম্পূর্ণ চৰকাৰী পৃষ্ঠপোষকতাতেই যে অ' বি চি আন্দোলন গঢ়ি উঠিছিল—তাৰ এটা ডাঙৰ প্রমাণ এয়েই যে এই সংস্থাৰ কার্যনির্বাহক সমিতিৰ বহুতো গুৰুত্বপূর্ণ বৈঠক বহিছিল দিছপুৰ সচিবালয়ৰ মন্ত্রীৰ বা বিধান সভাৰ উপাধ্যক্ষৰ কোঠাত।

অ' বি চি সকলক আগৰ পৰাই কিছুমাত্র বিশেষ সুবিধা দি থকা হৈছিল ; চৰকাৰী নিয়ম অনুসৰি এতিয়াও বিশেষ হৈ চৈ নকৰি সেই-বোৰ দি থকা হ'লে কথাটো কাৰো চকুত নপৰিলেহেঁতেন। কিন্তু চৰকাৰী পৃষ্ঠপোষকতাত অ' বি চি সকলক ৰাজনৈতিকভাৱে সংগঠিত কৰাৰ হঠাতে কি অনিবার্য প্রয়োজন ঘটিল ? এনে আঁহ-ফলা ৰাজ-নীতিৰদ্বাৰা এতিয়াও নিজৰ অস্তিত্ব-ৰক্ষাৰ কাৰণে সংগ্রাম কৰি থকা অসমীয়া জাতিটোক পুনৰ বহুধা বিভক্ত কৰাৰ ষড়যন্ত্র কাৰ মূৰত কিয় খেলালে ? এই নব সংগঠিত ৰাজনৈতিক শক্তি অ' বি চি-ৰ প্রধান প্রতিপক্ষ কোন ?

অসমৰ মুঠ জনসমষ্টিৰ ২৬ লাখমান মুছলমান, ১৪ লাখ

অনুসূচিত জনজাতি, ৯ লাখ অনুসূচিত সম্প্ৰদায়, ৩০ লাখ চাহ মজদুৰ, ১৭ লাখ বঙালী, কেইলাখ মান অ' বি চি······এনেকৈ বিশ্লেষণ কৰি চালে দেখা যায় যে অসমৰ মুঠ জনসংখ্যাৰ মাত্ৰ শতকৰা ৫ ভাগ মান হব বামুণ-গোসাঁই-কলিতা আদি উচ্চবৰ্ণৰ হিন্দু। শতকৰা এই ৫ ভাগ মানুহৰ বিৰুদ্ধেই বাকী শতকৰা ৬০, ৭০ বা ৮০ ভাগ মানুহে এনেভাৱে কিয় সংগঠিত হবলগা হৈছে ?

বাহিৰৰ বহুতো পৰ্যবেক্ষকৰ মুখত এই কথা বাৰম্বাৰ শুনিছো যে অসমৰ কংগ্ৰেছ চৰকাৰৰ এই অ' বি চি ৰাজনীতিক একমাত্ৰ তামিল-নাড়ুৰ ডি এম কে ৰাজনীতিৰ লগতহে তুলনা কৰিব পাৰি। পাৰ্থক্য কেৱল এইখিনিতেই যে ডি এম কে এটা অকংগ্ৰেছী আৰু স্বয়ং ঘোষিত সাম্প্ৰদায়িক অনুষ্ঠান ; কিন্তু অসমত অ' বি চি সাম্প্ৰদায়িক ৰাজনীতি কৰা হৈছে কংগ্ৰেছৰ নামাৱলীৰ আঁৰত।

এতিয়া প্ৰধান প্ৰশ্ন হ'ল—এই অ' বি চি আন্দোলন এটা সংকীৰ্ণ ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত আন্দোলন, তাৰ মূলতে কিবা সামাজিক মঙ্গলবুদ্ধিয়ে কাম কৰিছিল ? স্পষ্টতঃ দেখা যায় যে ই এটা ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত আন্দোলন। অনুন্নত সম্প্ৰদায়ৰ লোকসকলক কেতবোৰ বিশেষ সা-সুবিধা দিয়াটোৱেই চৰকাৰৰ উদ্দেশ্য হোৱা হলে চৰকাৰী নিয়ম-নীতি অনুসৰি নীৰবে সেইবোৰ দি থাকিলেই হ'লহেঁতেন। কিন্তু শৰৎ সিংহ আৰু তেওঁৰ মন্ত্ৰী শিষ্যসকল ক্ষমতালৈ অহাৰ লগে লগে সম্পূৰ্ণ চৰকাৰী পৃষ্ঠপোষকতাত অ' বি চি নামধাৰী জনগোষ্ঠীবোৰক সংগঠিত কৰি এটা মিলিটেণ্ট্ ৰাজনৈতিক শক্তিত পৰিণত কৰা হ'ল। এইটো কৰাৰ একমাত্ৰ উদ্দেশ্য হ'ল কেইজনমান বিশেষ ব্যক্তি আৰু তেওঁলোকৰ উত্তৰাধিকাৰীসকলৰ ৰাজনৈতিক ক্ষমতা চিৰস্থায়ী কৰা।

মানুহৰ প্ৰকৃত মঙ্গল-সাধনতকৈ এটা সংকীৰ্ণ ৰাজনৈতিক উদ্দেশ্য সিদ্ধি কৰিবৰ কাৰণেহে এই অ' বি চি আন্দোলন গঢ়ি তোলা হৈছে, তাৰ আৰু এটা প্ৰমাণ দিব পাৰি। কোচ, চুতীয়া, আহোম, যোগী, সুত আদি লোকসকলক অ' বি চি বুলি ধৰা হয়। এই শ্ৰেণী-বিভাজনৰ

কিবা বৈজ্ঞানিক ভিত্তি আছেনে ? উদাহৰণস্বৰূপে আহোমসকলৰ কথাই ধৰা যাওক। আহোমসকলে অসমত ছশ বছৰ ৰাজত্ব কৰিছিল আৰু অসমীয়া জাতিগঠনৰ সৰ্বাধিক কৃতিত্ব তেওঁলোকৰেই প্ৰাপ্য। এটা গৌৰৱময় অতীতৰ স্মৃতিয়ে তেওঁলোকৰ বুকু ফিন্দ খুৱাই ৰাখে। এই কথা হয়তো সঁচা যে ৰাজক্ষমতা হেৰুওৱাৰ পিছত কিছুদিনৰ কাৰণে তেওঁলোক মুজুৰা পৰি আছিল। কিন্তু যিটো সম্প্ৰদায়ে অসম সাহিত্য সভাৰ প্ৰথম সভাপতি আৰু প্ৰথম সাহিত্যিক পেঞ্চনাৰ পদ্মনাথ গোহাঞিবৰুৱা, চাহখেতিয়ক আৰু দানবীৰ ৰাধাকান্ত সন্দিকৈ, জগদ্বিখ্যাত সংস্কৃত পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ, সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি আদি লোকৰ জন্ম দিছে, সেইটো সম্প্ৰদায় কি অৰ্থত অনুন্নত সম্প্ৰদায় ? প্ৰথম অসমীয়া ৰেডিঅ' গায়ক বিপিনকুমাৰ বৰগোহাঞি, প্ৰথম অসমীয়া মহিলা ডক্টৰেট তিলোত্তমা গগৈ, ইংৰাজী সাহিত্যত জগদ্বিখ্যাত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ প্ৰথম অসমীয়া ডক্টৰেট হীৰেন গোহাঁই—এওঁলোকো আহোম সম্প্ৰদায়ৰে মানুহ। তালিকাখন আৰু বহুত দীঘলীয়া কৰিব পাৰি। প্ৰকৃততেই অনুন্নত সম্প্ৰদায় এটাৰ পক্ষে মানৱীয় কৰ্ম-সাধনাৰ বিভিন্ন ক্ষেত্ৰত এনে বিশিষ্ট কৃতকাৰ্যতা অৰ্জন কৰা লোকৰ জন্ম দিয়া সম্ভৱনে ?

আচল কথা হ'ল এই যে বৈজ্ঞানিক প্ৰণালীৰে চলোৱা কোনো সামাজিক সমীক্ষাৰ ভিত্তিত আহোমসকলক অ' বি চি তালিকাভুক্ত কৰা হোৱা নাছিল ; আহোম সভাৰ নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিয়ে কংগ্ৰেছত যোগ দি কেন্দ্ৰীয় উপমন্ত্ৰী হোৱাৰ পিছত সাম্প্ৰদায়িক প্ৰীতিৰ বশৱৰ্তী হৈ আহোমসকলৰ নামটো অ' বি চি-ৰ তালিকাত সুমুৱাই থৈ যায়। সেই সুযোগতে আহোমসকলে আজিও, অ' বি চি বুলি দপদপাই আছে আৰু বহুতো প্ৰকৃত অভাৱগ্ৰস্ত মানুহক বঞ্চিত কৰি কিছুমানে বিশেষ সুবিধা ভোগ কৰি আছে। আমি ভাবো যে চৰকাৰে আহোম সম্প্ৰদায়ৰ শিক্ষা, আৰ্থিক অৱস্থা, চাকৰি, ব্যৱসায়-বাণিজ্য, সাক্ষৰতাৰ হাৰ, শিক্ষিত লোকৰ সংখ্যা আৰু ৰাজনৈতিক স্থিতি আদি বিভিন্ন বিষয়ে এটা সমীক্ষা কৰি আৰু

অন্যান্য সম্প্ৰদায়ৰ লগত তাক তুলনা কৰি দেখুৱাই আহোমসকলক অ' বি চি তালিকাভুক্ত কৰি ৰখাৰ যৌক্তিকতা প্ৰমাণ কৰা উচিত। সেইটো নকৰালৈকে চৰকাৰ ৰাজনৈতিক স্বাৰ্থ-বুদ্ধি আৰু সাম্প্ৰদায়িক পক্ষপাতিত্বৰ অভিযোগৰ পৰা কেতিয়াও মুক্ত হব নোৱাৰে। কেৱল আহোমসকল নহয়, অ' বি চি তালিকাভুক্ত অন্যান্য সম্প্ৰদায়বোৰৰ বিষয়েও চৰকাৰে বৈজ্ঞানিক পদ্ধতিৰে এটা সমীক্ষা চলাই কেতবোৰ বিশেষ সম্প্ৰদায়ক বঞ্চিত কৰি আনবোৰক পক্ষপাতমূলক চৰকাৰী দাক্ষিণ্য দি থকাৰ যৌক্তিকতা প্ৰমাণ কৰা উচিত। সামাজিক ন্যায়ৰ দাবীতেই এটা নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে এনে এটা সমীক্ষা বা পুনৰীক্ষণ একান্ত প্ৰয়োজনীয়।

অনুন্নত সম্প্ৰদায়বোৰৰ কাৰণে যদি সঁচাকৈয়ে চৰকাৰৰ অন্তৰে কান্দে, তেন্তে অসমৰ ন-অসমীয়া মুছলমান সম্প্ৰদায়টোৰ নিচিনা অনুন্নত আৰু অৱহেলিত সম্প্ৰদায় কেৱল অসমৰ কিয়, ভাৰততেই দ্বিতীয় এটা বোধহয় নাই। নিৰক্ষৰতাৰ হাৰ এই সম্প্ৰদায়ৰ মাজতে আটাইতকৈ বেছি। যাতায়াতৰ সুচল নথকা দুৰ্গম চৰ আৰু হাবিতলীয়া অঞ্চলত বৈৰী প্ৰকৃতিৰ লগত অহোৰাত্ৰ সংগ্ৰাম কৰি তেওঁলোক জীয়াই থাকে। নানা আৰ্থিক আৰু সামাজিক কাৰণত অপৰাধৰ মাত্ৰা তেওঁলোকৰ মাজত আটাইতকৈ বেছি। তেওঁলোকৰ তিৰোতাসকল সকলো মানৱিক অধিকাৰৰ পৰা বঞ্চিত আৰু পুৰুষৰ ব্যক্তিগত সম্পত্তি মাত্ৰ। মাতব্বৰ, মণ্ডল আৰু পুলিচৰ দ্বাৰা নিৰ্মমভাৱে শোষিত এই লোকসকলৰ মাজত এতিয়াও চাফ্‌ৰ্ডমূতাৰ ভয়ংকৰতম ৰূপত বিৰাজ কৰিছে। নিৰ্বাচনৰ সময়ৰ বাহিৰে আন কোনো সময়তে এই লোকসকলক কাৰো দ্বাৰা মানুহ বুলি গণ্য কৰা নহয়। তেন্তে কি অৰ্থত কোচ বা আহোমসকল অ' বি চি, আৰু এই ন-অসমীয়া মুছলমানসকল অ' বি চি নহয়? মানুহৰ দুখত যদি শৰৎচন্দ্ৰ সিংহ বা দেৱকান্ত বৰুৱাৰ অন্তৰে সঁচাকৈয়ে কান্দে, তেতিয়া হ'লে এই ন-অসমীয়া মুছলমানসকলেই অ' বি চি-ৰ তালিকাত এক নম্বৰত ঠাই পোৱা উচিত নাছিলনে?

ৰাজনৈতিক নেতাসকলে মানুহৰ দুখত কান্দি কাকো অ' বি চি কৰা নাই, কৰিছে নিজৰ সংকীৰ্ণ ৰাজনৈতিক স্বাৰ্থ-সিদ্ধিৰ প্ৰয়োজনত। ৰাজনৈতিক স্বাৰ্থই তেওঁলোকক ইমান অন্ধ কৰি তুলিছে যে নিজৰ ৰাজনৈতিক ক্ষমতা একচেটিয়া আৰু চিৰ-কলীয়া কৰিবৰ কাৰণে তেওঁলোকে অ' বি চি ৰাজনীতিৰ নামত অসমীয়া সমাজখন ফাল ফাল কৰি পেলাবলৈকো কুণ্ঠিত হোৱা নাই। এই বিষয়ত আটাইতকৈ ডাঙৰ অপৰাধী হ'ল দেৱকান্ত বৰুৱা আৰু শৰৎচন্দ্ৰ সিংহ। হিতেশ্বৰ শইকীয়াৰ ডাঙৰ অপৰাধ হ'ল এয়েই যে হিটলাৰৰ আইখ্‌মেনৰ দৰে তেৱোঁ নিজকে এই দুজন মানুহৰ হাতৰ ক্ৰীড়নক হবলৈ এৰি দিছিল। নহ'লে যি হিতেশ্বৰ শইকীয়াই ছাত্ৰাৱস্থাত সাম্প্ৰদায়িক বিচাৰত দিয়া বৃত্তি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল, সেই হিতেশ্বৰ শইকীয়া মন্ত্ৰী-পদত অধিষ্ঠিত হৈ অ' বি চি-ৰাজনীতিৰ প্ৰধান স্থপতি হোৱা কথাটো ভাবিবলৈকে টান লাগে। আজি অৱশ্যে সেই হিতেশ্বৰ শইকীয়াই শিক্ষামন্ত্ৰীৰ বাব লৈয়েই সকলো সাম্প্ৰদায়িক বিবেচনা বাদ দি কেৱল অৰ্থনৈতিক বিচাৰত সকলো অভাৱগ্ৰস্ত লোককে শিক্ষাৰ সুবিধা দিয়াৰ নীতি গ্ৰহণ কৰিছে।

দেৱকান্ত বৰুৱা কি ধৰণৰ সমাজ-বিপ্লৱী—তাৰ এটা মাত্ৰ উদাহৰণ দিলেই যথেষ্ট হব। বহু বছৰৰ আগতে মিচেনাৰ্‌ নামৰ এজন আমেৰিকান সাংবাদিক Voice of Asia নামৰ এখন কিতাপ লিখিছিল। দেৱকান্ত বৰুৱা তেতিয়া ১৯৫২ চনত নিৰ্বাচনৰ পিছত লোকসভাৰ সদস্য। দেৱকান্ত বৰুৱা কেনেকৈ মিচেনাৰৰ চকুত এচিয়াৰ অন্যতম ভয়েচ্‌ হ'ল—সেই কথা জানে একমাত্ৰ মিচেনাৰে আৰু ঈশ্বৰে। যিহওক, দেৱকান্ত বৰুৱাই তেতিয়া মিচেনাৰৰ আগত দম্ভ কৰি কৈছিল যে ভাৰতত যিসকল লোকে জাতিভেদ প্ৰথাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি সমাজ-বিপ্লৱৰ সূচনা কৰিছে, সেইসকল লোকৰ ভিতৰত তেওঁ অন্যতম অগ্ৰনায়ক—কাৰণ তেওঁ কলিতা হৈয়ো কেওটৰ ছোৱালী বিয়া কৰিছে।

শৰৎচন্দ্ৰ সিংহ কি ধৰণৰ সমাজ-বিপ্লৱী—তাৰো এটা উদাহৰণ

দিয়া দৰকাৰ। সিংহই ১৯৭২ চনত এদিন এই লেখকৰ আগত কৈছিল—'চাওকচোন বৰগোহাঁই, এসময়ত গুৱাহাটী জিলা কংগ্ৰেছত একে সময়তে সাতজন বামুণ জিলা কংগ্ৰেছত বিষয়ববীয়া আছিল। বামুণৰ এই একাধিপত্য থকালৈকে অন্যান্য অনুন্নত জন-গোষ্ঠীৰ কিবা ভৱিষ্যত আছে বুলি আপুনি ভাবেনে।"

কংগ্ৰেছ যদি এটা গণতান্ত্ৰিক অনুষ্ঠান হয়, তেন্তে অসমৰ এটা মাইকক্ষপিক্ সম্প্ৰদায় বামুণসকলে কি কৌশলেৰে ইমানবোৰ বিষয়-বাব দখল কৰিছিল? যদি কংগ্ৰেছ এটা গণতান্ত্ৰিক অনুষ্ঠান নহয়, তেন্তে শৰৎ সিংহই তেতিয়াই কংগ্ৰেছৰ পৰা বাহিৰ হৈ নাহিল কিয়?

মাও-ছে-টুঙে কৈছিল যে জন্মসূত্ৰেই কোনো বুৰ্জোৱা নহয়, বুৰ্জোৱা হ'ল এটা মানসিক অৱস্থা। সৰ্বহাৰা দৰিদ্ৰ অৱস্থাত জন্ম লৈয়ো কোনো কোনো মানুহ বুৰ্জোৱা মানসিকতাৰ অধিকাৰী হব পাৰে। বামুণো declassed হৈ উদাৰ আৰু প্ৰগতিশীল হব নোৱাৰেনে? হৰিজন বা তথাকথিত অ' বি চিও ঘুৰ্ঘোৰ প্ৰতিক্ৰিয়া-শীল আৰু সাম্প্ৰদায়িকতাবাদী হব নোৱাৰেনে?

ভাৰতবৰ্ষত এখন শ্ৰেণীহীন আৰু বৰ্ণহীন সমাজ গঢ়ি তুলিবই লাগিব। জাতিভেদ প্ৰথাৰ ভয়ংকৰ ব্যাধি নিৰ্মূল কৰিবই লাগিব। কিন্তু ৰুগ্ন মানসিকতাৰ প্ৰচ্ছন্ন সাম্প্ৰদায়িকতাবাদীসকলৰ দ্বাৰা সেই কাম সমাধা নহব।

ভাৰতৰ যিবোৰ অঞ্চলত জাতিভেদ প্ৰথা এতিয়াও Social disabilities বা সামাজিক অসামৰ্থ্যৰ এটা প্ৰধান কাৰণ, সেইবোৰ অঞ্চলত ৰোগ চাই ব্যৱস্থা বেলেগ হব পাৰে; কিন্তু অসমত জাতিভেদৰ ৰূপ ইমান ভয়ংকৰ নহয়। এনে অৱস্থাত সাম্প্ৰদায়িকতা দূৰ কৰাৰ নামত শৰৎ সিংহ আৰু তেওঁৰ অনুগামীসকলৰ অ' বি চি ৰাজনীতিয়ে সাম্প্ৰদায়িকতা দীৰ্ঘস্থায়ী কৰাতহে সহায় কৰিছে। কিছুদিনৰ আগতে এজন বামুণৰ ল'ৰা মোৰ ওচৰলৈ আহিছিল। তেওঁৰ দেউতা এজন সামান্য আয়-বিশিষ্ট শিক্ষক, ল'ৰাজনে অশেষ যত্ন কৰি পঢ়ি প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত বিজ্ঞানৰ

শ্ৰেণীত পঢ়িবলৈ আহিছিল। কিন্তু তেওঁৰ লগতে এজন অ' বি চি ছাত্ৰই দ্বিতীয় বিভাগত পাছ কৰি কটন কলেজৰ বিজ্ঞানৰ শ্ৰেণীত চীট্ পালে,—দৰিদ্ৰ শিক্ষিতৰ সন্তান এই বামুণৰ ল'ৰাজনে প্ৰথম বিভাগত পাছ কৰা সত্বেও কেৱল বামুণ হোৱাৰ অপৰাধতে কটন কলেজত চীট্ নাপাই বিমুখ হৈ ঘূৰি যাবলগা হ'ল। নীচতম সাম্প্ৰদায়িকতাৰ বলী এই নিষ্পাপ নিষ্কলুষ ল'ৰাজনৰ করুণ মুখখনে এতিয়াও মোক আমনি দি থাকে। দৰিদ্ৰ মানুহ ব্ৰাহ্মণ হ'লেও তেওঁ দৰিদ্ৰই; বামুণে যদি যোৱা পাঁচ হাজাৰ বছৰত কিবা পাপ কৰিছিল, তাৰ প্ৰায়শ্চিত্ত সেই অধ্যৱসায়ী, প্ৰতিভাবান আৰু নিৰপৰাধ বামুণৰ ল'ৰাজনে কি কৰিব লাগে?

হিন্দু সমাজৰ পৰা জাতিভেদ প্ৰথা নিৰ্মূল হোৱা উচিত। উচ্চ-বৰ্ণ হিন্দুৰ দ্বাৰা নিম্ন-বৰ্ণ হিন্দুৰ শোষণ লোপ পোৱা উচিত। কিন্তু সেইটো কৰাৰ পন্থা অ' বি চি আন্দোলনৰ নিচিনা ৰাজনৈতিক স্বাৰ্থ-প্ৰণোদিত নীচ সাম্প্ৰদায়িকতা নহয়। বেমাৰৰ ক্ষেত্ৰত বিষেৰে হয়তো বিষ কাটিব পাৰি, কিন্তু সাম্প্ৰদায়িকতাৰ দ্বাৰা কেতিয়াও সাম্প্ৰদায়িকতা দূৰ কৰিব নোৱাৰি। শিক্ষাৰ দ্ৰুত বিস্তাৰ, বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ প্ৰচাৰ, উদ্যোগিক সভ্যতাৰ প্ৰসাৰ, শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠা, Social mobility—কেৱল এইবোৰৰ দ্বাৰাহে সকলো প্ৰকাৰৰ শোষণ-মুক্ত এখন উদাৰ আধুনিক সমাজ সৃষ্টি কৰিব পাৰি। বামুণৰ বিৰুদ্ধে দেৱকান্ত বৰুৱা আৰু শৰৎচন্দ্ৰ সিংহৰ বিদ্বেষ অতি প্ৰচণ্ড। কিন্তু অসমত বামুণীয়া শোষণ, ভণ্ডামি আৰু ৰক্ষণশীলতাৰ বিৰুদ্ধে প্ৰচণ্ড বিপ্লৱৰ সূচনা কৰিছিল এজন বামুণে। তেওঁৰ নাম আছিল হেমচন্দ্ৰ বৰুৱা। কলিতা হৈ কেওটৰ ছোৱালী বিয়া কৰি নিজকে বিৰাট সমাজ-বিপ্লৱী বুলি ভবা দেৱকান্ত বৰুৱাই কেতিয়াবা হেমচন্দ্ৰ বৰুৱাৰ নাম শুনিছেনে? তেওঁৰ জীৱন-কাহিনী জানেনে?

হেমচন্দ্ৰ বৰুৱাৰ মৃত্যু হৈছিল ১৮৯৬ খৃষ্টাব্দত। তেতিয়া শৰৎ সিংহ বা দেৱকান্ত বৰুৱা কাৰো জন্মই হোৱা নাছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাৰ দুৰ্জয় সাহস আৰু সৰ্ব-সংস্কাৰমুক্ত প্ৰগতিশীল মানসিকতাৰ অধিকাৰি হবলৈ শৰৎ সিংহ বা দেৱকান্ত বৰুৱাৰ আৰু এশ বছৰ লাগিব।

(৬ জুলাই, ১৯৭৭)

# বাতৰি কাকত নপঢ়িবা

টমাচ্ জেফাৰচনে কৈছিল যে, বাতৰি কাকতবিহীন চৰকাৰ আৰু চৰকাৰ-বিহীন বাতৰি কাকত—এই দুয়োটাৰ ভিতৰত যদি তেওঁ যি কোনো এটাক বাচি লবলগা হয়, তেন্তে তেওঁ দ্বিতীয়টোকে বাছি লব অৰ্থাৎ চৰকাৰ নাথাকিলেও ক্ষতি নাই, কিন্তু বাতৰি কাকত থাকিবই লাগিব। নেপোলিয়নে কৈছিল ঃ "এহেজাৰ বেয়নেটতকৈ চাৰিখন বৈৰী বাতৰি কাকতক মই বেছি ভয় নকৰোঁ। কিন্তু এই-বোৰ হ'ল মান্ধাতা-কলীয়া কথা। সেই তেতিয়াৰ পৰা দিন-কাল বহুতো সলনি হ'ল।—পৃথিৱীখন উন্নতিৰ বাটত বহুত বেছি আগুৱাই গ'ল। অলপতে অসম তথা ভাৰতৰ এজন মহা-প্ৰতাপশালী নেতাই তেওঁৰ দলৰ সদস্যসকলক উপদেশ দি কৈছে ঃ বাতৰি কাকত নপঢ়িবা। বাতৰি কাকতত মিছা কথা আৰু অতিৰঞ্জিত কথাৰ বাহিৰে আন একো নাথাকে। বাতৰি কাকতত কোনে কি লিখে তালৈ পৰোৱাই নকৰিবা।

নেতাগৰাকীৰ ভাষণত যিখিনি কথা অনুক্ত থাকি গ'ল—সেইখিনি হ'ল এয়ে যে বাতৰি কাকত নপঢ়িবা, কিন্তু নেতাৰ বক্তৃতা আৰু ধমক বেদবাক্য শ্ৰৱণ কৰাৰ দৰে ভক্তি-সহকাৰে শ্ৰৱণ কৰিবা। সাংবাদিকে অশেষ দৈহিক কষ্ট স্বীকাৰ কৰিও—নিজৰ চকুৰে আৰু কাণেৰে দেখি-শুনি অহা কথা সকলো মিছা, কিন্তু নেতাই ঘটনা-স্থলীৰ পৰা হাজাৰ মাইল দূৰত্বত থাকি ভোজ ভাত কোৰমা, কালিয়া গোগ্ৰাহে গিলি থাকিলেও যিখিনি কথা জানে বা দুঘণ্টা মানৰ কাৰণে হেলিকেপ্টাৰত আকাশ মাৰ্গত বিচৰণ কৰি বিহংগ দৃষ্টিৰে যি দেখে কেৱল সেইখিনিয়েই নিৰ্ভেজাল সচাঁ।—তদুপৰি

সাংবাদিকসকল হ'ল, অতিশয় মতলৱবাজ স্বাৰ্থপৰ লোক, অতিৰঞ্জিত চাঞ্চল্যকৰ কথা লিখি বাতৰি কাকতৰ প্ৰচাৰ বৃদ্ধি কৰাৰ বাহিৰে সিহঁতৰ আন একো সৎ উদ্দেশ্য নাই। কিন্তু ৰাজনৈতিক নেতাসকল হ'ল পৰ-হিত-ব্ৰত, নিঃস্বাৰ্থ, ধৰ্ম যুধিষ্ঠিৰ। যেন-তেন প্ৰকাৰেণ ক্ষমতাত অধিষ্ঠিত থাকি নবাৱগিৰি কৰাৰ বাহিৰে তেওঁলোকৰ আন একো অসৎ উদ্দেশ্য নাই। অৱশ্যে কোনো বাতৰি কাকতে যদি সেই নেতাসকলক ক্ষমতালৈ অহাত সহায় কৰে, তেন্তে তেনে বাতৰি কাকতৰ অফিচলৈ বা মালিকৰ ঘৰলৈ গৈ ঘণ্টাৰ পিচত ঘণ্টা ধৰি চাহ-তামোলৰ শৰাধ কৰি বাতৰি কাকতৰ মালিক বা সম্পাদকক তোষ মোদ কৰাত দোষণীয় একো নাই, কিন্তু যি মুহূৰ্ত্ততে সেই বাতৰি কাকত নৱাবৰ তখ্‌ তক কণ্টক শয্যাত পৰিণত কৰি তোলে। সেই মুহূৰ্ত্ততে তেনে সাংবাদিকৰ সঙ্গ বিসবৎ পৰিত্যাজ্য।

বাতৰি কাকত নপঢ়িবা কাৰণ অন্ততঃ এইখিনি সময়ত বাতৰি কাকতত অনাটন, অনাহাৰ আৰু মৃত্যুৰ বাহিৰে আন একো খবৰ নাই। যিসকল লোকে ৰাজনীতি কৰে, সমাজবাদৰ বুনিয়াদ নিৰ্মাণ কৰে, অহোৰাত্ৰ ক্ষমতাৰ জপমন্ত্ৰ কীৰ্তন কৰে, তেওঁলোক সদায় নিষ্ঠুৰ বাস্তৱতাৰ স্পৰ্শৰ পৰা শত যোজন দূৰত থাকি gilded Paegada-ত বিভিন্ন শান্তিৰ মাজত বাস কৰাটো একান্ত প্ৰয়োজনীয়। কিন্তু বাতৰি কাকত পঢ়িলে শান্তিত থকাৰ উপায় নাই। ভাৰতবৰ্ষত মানুহ সদায় অনাহাৰত মৰিয়েই থাকে। যোৱা ২৭ বছৰ ধৰি নেতাসকলে তেজক পানী হাৰক মাটি কৰি দেশত সমাজবাদ স্থাপন কৰাৰ সত্ত্বেও দেশত মানুহ মৰিয়েই আছে। বিশেষকৈ দুৰ্গম অৰণ্য আৰু ব্ৰহ্মপুত্ৰৰ হ্ৰদত বাস কৰা 'মিত্ৰতা' বোৰতো কুকুৰ-মেকুৰীৰ দৰে ৰাস্তাই-ঘাটে মৰিবৰ কাৰণেই জন্ম লৈছে। এতিয়া যেনিবা আগতকৈ কেইটামান বেছিকৈ মৰিছে। তাকে লৈ এই মতলৱবাজ বাতৰি কাকতবোৰে ইমান হৈ-চৈ কৰিব লাগে কিয়? বাতৰি কাকত নপঢ়িবা। কুকুৰৰ ভুক-ভুকনিলৈ কাণ নিদিবা। বাতৰি পঢ়িলেই তোমালোকৰ মনত মানৱীয় মমত্ব ভূত আৰু বিবেক জাগ্ৰত হৈ উঠিব পাৰে। ক্ষমতাৰ

ৰাজনীতি কৰা মানুহৰ কাৰণে এই নিষ্ঠুৰ বাস্তৱতাৰ সংস্পৰ্শলৈ আহিলে তোমালোকৰ মনত বিবেক জাগ্ৰত হৈ উঠিব, বিবেক জাগ্ৰত হলে তোমালোকৰ মনলৈ বিদ্ৰোহৰ ভাৱ আহিব, তেতিয়াহলে আমাৰ নিচিনা পখীৰ চৰ্দাৰসকলৰ পক্ষে তোমালোকক নিয়ন্ত্ৰিত কৰি ৰখাটো অতি দুঃসাধ্য হৈ পৰিব। অতএৱ বাতৰি কাকত নপঢ়িবা, কেৱল শ্ৰৱণ কৰিবা আমাৰ বাণী।

কেৱল বাতৰি কাকতেই নহয় কিতাপো নপঢ়িবা। কেতিয়াবা পঢ়িলেও তাৰপৰা কোনো শিক্ষা আহৰণ কৰিবলৈ চেষ্টা নকৰিবা। কিতাপ পঢ়িবা কেৱল আনৰ আগত বিদ্যা জাহিৰ কৰিবলৈ, আনৰ চকুত চমক লগাই দিবলৈ ফ্ৰান্সৰ বুধোসকলৰ দৰে কোনো কথা নিশিকিবলৈ কোনো কথা মনত নাৰাখিবলৈ। কিতাপৰ পৰা কিবা কথা শিকিবলৈ চেষ্টা কৰিলেই মৰিলা। কিতাপৰ পৰা কিবা কথা শিকিবলৈ চেষ্টা কৰিলেই জানিব পাৰিবা যে একো-একোটা দিন-হীন-ভিক্ষাৰী সদৃশ লেখকৰ কলমৰ আগত মহাপৰাক্ৰমী সম্ৰাট আৰু সম্ৰাজ্ঞীসকলো বেঙে-মুতা গৰুৰ দৰে কঁপি আছে। টম্ পেইনৰ মুখৰ পৰা এষাৰ মাত্ৰ অনুমোদনসূচক কথা শুনিবৰ কাৰণে দিগ্বিজয় নেপোলিয়ন প্ৰায় নতজানু হৈছিল; ফ্ৰেডোৰিক্ ডি গ্ৰেটে ভল্‌টেয়েৰৰ ভৰি মালিচ কৰিছিল; কেথাৰিন ডি গ্ৰেটে বুজিছিল যে ভলটেয়ৰ আৰু ডিদেৰোৱে চাৰ্টিফিকেট নিদিয়ালৈকে তেওঁৰ সমস্ত কৰ্মকাণ্ড অসাৰ আৰু অৰ্থহীন। ইটালীত এসময়ত এজন বেৰণ আছিল, তেওঁৰ ভয়ত বাঘে-ছাগে একে ঘাটে পানী খাইছিল। কিন্তু ইতিহাসে আজি সেই বেৰণক কেৱল সেই কাৰণে স্মৰণ কৰে যে আলি ঘেৰি ডাণ্টেই এদিন সেই বেৰণে তেওঁৰ টেবুলৰ পৰা দলিয়াই দিয়া উচ্ছিষ্ট হাড়ৰ টুকুৰা চুবাই ক্ষুধা নিবৃত্তি কৰিব ল'গা হৈছিল। আমি নতুন সমাজবাদী ভাৰতৰ বেৰণ-সকলো অতি প্ৰতাপশালী আৰু অহংকাৰী মানুহ। কিন্তু কোনো কোনো খাব নোপোৱা ভাল দৰিদ্ৰ লেখক আৰু সাংবাদিক আমাতকৈও হাজাৰ গুণে বেছি অহংকাৰী। সিহঁতে জানে যে

এদিন ইহঁতৰ কমাৰ চাবুক আমাৰ পিঠিত পৰিছিল বুলিয়েই হে ইতিহাসে আমাক এদিন স্মৰণ কৰিব। ইহঁতে জানে যে "A strong mind is not suited for advising a weak one, for it is incapable of following the thoughts of the latter" ( Catherine the great ). এই বিপদজনক অহংকাৰী মানুহবোৰৰ সংস্পৰ্শৰ পৰা তোমালোকে সদায় সাবধানে নিলগত থাকিবলৈ চেষ্টা কৰিবা। নহলে তোমালোকৰ মনত হীনমন্যতাৰ বিজাণু প্ৰৱেশ কৰিব। সি এটা মাৰাত্মক ব্যাধি।

বাতৰি কাকতে কি লিখে তালৈ কেতিয়াও পৰোৱাই নকৰিবা। ভাৰতবৰ্ষৰ মানুহক আমি হাড়ে হাড়ে চিনি পাইছো। বাতৰি কাকতৰ পোহনীয়া ভতুৱা কুকুৰবোৰে যিমানেই ভুকি মানুহক জগাবলৈ চেষ্টা নকৰক কিয়, আমাৰ দেশৰ অনাহাৰ জৰ্জৰিত মানুহবোৰে সাৰ পালেও উঠি ঠিয় হবলৈ ইহঁতৰ গাত শক্তি নাই। ঠিক সময়ত আমি সিহঁতৰ ভোটবোৰ চুৰ কৰি আনিব পাৰিমেই পাৰিম। গতিকে বাতৰি কাকতৰ পৰা ভয় কৰিবলৈ আমাৰ একো কাৰণ নাই। তদুপৰি লেখক আৰু সাংবাদিকৰ স্বাধীনতা কেনেকৈ মষিমূৰ কৰি দিব পাৰি, সেই মন্ত্ৰ আমাৰ জনা আছে। এবটল হুইস্কি বা বিদেশ ভ্ৰমণৰ এটা সুযোগ দিয়েই আমি বহুতো লেখক সাংবাদিকৰ মুখ বন্ধ কৰি দিব পাৰোঁ। যাক সেইখিনি কৰিব নোৱাৰো, তাৰো কাকত আৰু কলম অচল কৰি দিব পৰা বহুতো গোপন অস্ত্ৰ আমাৰ মাজত মজুত আছে। প্ৰয়োজন হলেই আমি সেইবোৰ অস্ত্ৰ প্ৰয়োগ কৰিম। ভাৰতত সমাজবাদ স্থাপনৰ চেষ্টাত যিবোৰ মানুহে আমাক বাধা দিব সিহঁতক আমি কেতিয়াও সহ্য নকৰো। ৰাছিয়াত দুৰ্ভিক্ষ হওঁতে লেনিনে নিজে দিনৰ পাচত দিন মাত্ৰ এটুকুৰা সস্তীয়া ৰুটি আৰু এপিয়লা ক'লা কফি খাই জীৱন কটাব পাৰে ; হো-চি-মিনে স্বদেশৰ মুক্তি সংগ্ৰামৰ সময়ত সাধাৰণ সৈনিকৰ লগত দিনৰ পিচত দিন কল-পাতত কৰ্কৰা ভাত খাই জীয়াই থাকিব পাৰে ; মাও-চে-টুঙে এতিয়াও চিগাৰেট খাবৰ

কাৰণে নিজে কোৰ মাৰি ধপাতৰ খেতি কৰিব পাৰে কিন্তু আমি বিদেশৰ পৰা আমদানি কৰা পন্থাৰে আমাৰ দেশত সমাজবাদ স্থাপন নকৰো। এয়াৰ-কণ্ডিচণ্ড প্ৰাসাদত বাস কৰি বিদেশৰ পৰা আমদানি কৰা মটৰ গাড়ীত ভ্ৰমণ কৰি মোগল বাদছাহৰ দৰে জীৱন কটায়েই আমি ভাৰতবৰ্ষত সমাজবাদ স্থাপন কৰিম। অৰ্ধ-সামন্ত-বাদী ভাৰতবৰ্ষৰ প্ৰজাক শাসন কৰিবলৈ এইখিনি আৰম্বড় একান্তই প্ৰয়োজনীয়।

[ স্বগতোক্তিঃ আনক শুনোৱাই এইবোৰ কথা কৈছো যদিও মাজে মাজে অৱশ্যে নিজৰ মনলৈ কিছু বেলেগ চিন্তা আহে। চি. পি. ফিডজেৰাণ্ডে চীনৰ কুওমিটাঙ্ শাসনৰ শেষ দিনবোৰৰ কথা বৰ্ণনা কৰি লিখিছিল "....To what end, to what vision of the future, the kuomintaing progressed, no one really knew. Not many of its members cared. The short-term prospered, the rewards and spoils of office, the ambition of high command, at these things were eagerly sought and fiercely contested. But when it was asked where all was tending....all was uncertain....The intellectuals withdrew from politics, the careerists controlled the party and strove to acquire the favour of the general upon whom all depended. Chiaing kai-shek never really controlled China, he suggested with the factions of the kuomintaing, but only ruled by plouging off one against the other....চিয়াং কাইশ্বেক আৰু কুওমিণ্টাঙৰ শেষ পৰিণতি কি হ'ল মই জানো। তেওঁৰ পতনৰ সময়ত এজন অসমীয়া সাংবাদিক দেৱকান্ত বৰুৱাই এটা সম্পাদকীয় প্ৰবন্ধত ( ১৯৪৮ চনত ? ) লিখিছিল ঃ চিয়াং কাইশ্বেক আছিল এজন বিজ্ঞাপন বীৰ অৰ্থাৎ বাতৰি কাকতৰ বিজ্ঞাপনেই সেই অলগন্ধ এলাই বাহু মানুহটোক

এটা নকল বীৰত পৰিণত কৰিছিল। আমি যিসকল লোক আজি ভাৰতত বীৰৰূপে পূজিত, তেওঁলোকৰো বেছি ভাগেই দেৱকান্ত বৰুৱাৰ ভাষাতে কেৱল মাত্ৰ বিজ্ঞাপন-বীৰ নহয়নে? আমিয়েই নহয়নে সেইসকল লোক যিসকল লোক কবি দেৱকান্তৰ ভাষাতে: মন্ত্ৰীত্ব যাৰ শেষ কল্পনা, এচেমব্লি যাৰ আশা, সিনো কি বুজিব বীৰ তোমাৰ ৰণ-দুৰ্মদ ভাষা?)

(৯ অক্টোবৰ, ১৯৭৪ চন)

# দেৱকান্ত বৰুৱাই মোৰ যি কেইটা প্ৰশ্নৰ উত্তৰ নিদিলে

জয় প্ৰকাশ নাৰায়ণে তেওঁক আখ্যা দিছিল কৰ্টজেষ্টাৰ্ বা ৰজাৰ বহুৱা বুলি। ইলাষ্ট্ৰেটছ উইকলীৰ চৰ্দাৰজীৰ মতে তেওঁ 'লাফিং বুদ্ধ'। ষ্টেট্‌ছ্‌মেনে তেওঁক তুলনা কৰিছিল ইদি আমিনৰ লগত। তেওঁক ক্ষমতাৰ তুংগত থকাৰ সময়ত যিসকল লোকে তেওঁক অহোৰাত্ৰ বন্দনা কৰি তৎ নাপাইছিল, আজি তেওঁৰ দুদিনৰ সময়ত সেইসকল লোকেই কুষ্ঠৰোগীৰ দৰে তেওঁৰ সঙ্গ পৰিহাৰ কৰি চলিবলৈ চেষ্টা কৰিছে।

এই সকলো ঘটনাই আমাৰ বহুতকে বেদনাহত কৰিছে। কাৰণ কুটিল ৰাজনীতিৰ জটিল আৱৰ্তই তেওঁক গ্ৰাস কৰি পেলোৱাৰ আগলৈকে তেওঁ আছিল আমাৰ চপাতুৰ কৈশোৰ আৰু সোণালী যৌৱনৰ অন্যতম প্ৰিয় কবি "সাগৰ দেখিছা"ৰ দেৱকান্ত বৰুৱা। আমাৰ বয়সৰ এনে কোনো মানুহ নাই—যাৰ মুখে মুখে এদিন বাগৰি ফুৰা নাছিল এনেবোৰ ধ্বনি—মাধুৰ্যমণ্ডিত আবেগ স্পন্দিত কবিতাৰ স্তৱক।

আমিও মৰহি যাম? অসাৰ্থক প্ৰেম মোৰ? পাপ মাথোঁ।

এই চুমা চুমি?

কি কৰিম? হক পাপ ক্ষতি নাই, মই পাম স্বৰ্গ তাতে তুমি ৰবা তুমি।

আমাৰ কল্পনাৰো অনুভূতিক এদিন প্ৰবলভাৱে আলোড়িত কৰি তুলিছিল এনেবোৰ অবিস্মৰণীয় কবিতাৰ স্তৱকে :

সৃষ্টিৰ দিনাৰে পৰা নিয়তিৰ মতে হেৰা মানুহৰ সংগ্ৰাম অক্ষয়,

আমি তাৰ স্মৃতিস্তম্ভ, সোৰঁৰাই মানুহৰ বীৰ্য্য আৰু নিয়তিৰ জয়।

আমাৰ কৈশোৰ আৰু যৌৱনৰ সন্ধিক্ষণত মহৎ আদৰ্শবাদৰ উদাত্ত মন্ত্ৰেৰে আমাক উদ্দীপিত কৰি তুলিছিল কবি কণ্ঠৰ এনেবোৰ বাণীয়ে।

মন্ত্ৰীত্ব যাৰ শেষ কল্পনা, এছেম্‌ব্লি যাৰ আশা, সিনো কি বুজিব, লাচিত, তোমাৰ ৰ'ণদুৰ্মদ ভাষা ?

০ ০ ০ •

লাচিত, পুনৰ শুনোৱা তোমাৰ ৰণ—দুৰ্মদ বাণী, আকৌ এবাৰ ৰঙা কৰি মক লুইতৰ বগা পানী।

আমাৰ কৈশোৰ আৰু যৌৱনৰ কল্পনাক যি জন কবিয়ে এনে অপৰূপ আনন্দ বিষাদৰ বৰ্ণচ্ছটাৰে ৰঞ্জিত কৰি তুলিছিল, আমাৰ কামনাক দিছিল অনিৰ্বচনীয়তাৰ যাদু-স্পৰ্শ, সেইজন মানুহকে আজি আমি কৰ্টজেষ্টাৰ্ বুলি ব্যঙ্গ কৰি বিকৃত আনন্দ পাবলগীয়া হোৱাটো তেওঁৰ কাৰণে যিমান দুৰ্ভাগ্যৰ কথা, আমাৰ কাৰণেও সি কম বেদনাৰ কথা নহয়।

অথচ ঘটনা-চক্ৰত পৰি আমি আজি ঠিক তাকেই কৰিব লগা হৈছে। তাকে কৰিবলৈ যাওঁতে মোৰ মনলৈ আহিছে ফ্ৰেডোৰিক্ ডাক্টৰ গ্ৰেটে ভল্‌টেয়ৰক কোৱা এষাৰ কথা ঃ "It your works deserve statues, your conduct merits chains."

দেৱকান্ত বৰুৱাৰ বিষয়ে, ৰাজনৈতিক নেতা দেৱকান্ত বৰুৱাৰ বিষয়ে ইতিমধ্যে অনেক অপ্ৰিয় আৰু বেদনাদায়ক কথা লিখিছো, আজিৰ এই প্ৰবন্ধতো তেনেকুৱা আৰু বহুতো কথা লিখিব লগা হ'ব। আমাৰ দেশত এনেধৰণৰ লেখা-মেলাৰ এটা ডাঙৰ বিপদ আছে। সমালোচনা যে নিঃস্বাৰ্থ আৰু নিৰ্লিপ্ত হ'ব পাৰে, সেই কথা বেছিভাগ মানুহেই বিশ্বাস নকৰে। কোনোৱাই কাৰোবাক ৰাজহুৱা স্বাৰ্থত

সমালোচনা কৰিলেও বহুতো মানুহে ধৰি লয় যে নিশ্চয় কিবা ব্যক্তিগত আখেজ বা আক্ৰোশতহে এনেবোৰ কথা লিখা হৈছে বা সাফল্যৰ শীৰ্ষত উঠা লোকসকলক ঈৰ্ষাৰ বশৱৰ্ত্তী হৈ লঘু কৰিবলৈ চেষ্টা কৰা হৈছে? বৰ্ত্তমান প্ৰৱন্ধৰ উদ্দেশ্য যে সেইটো নহয়, তাকে প্ৰমাণ কৰিবলৈ একান্ত ব্যক্তিগত কেইটামান কথা আৰম্ভণিতে কৈ লবলগা হ'ল। তেনেবোৰ ব্যক্তিগত কথা ৰাজহুৱাভাৱে সদৰি কৰিবলৈ ৰুচিবোধে মোক বাধা দিয়ে। কিন্তু প্ৰয়োজনৰ দাবীত সেই বাধা মই অতিক্ৰম কৰিবই লাগিব।

দেৱকান্ত বৰুৱাৰ লগত মোৰ কোনো ব্যক্তিগত শত্ৰুতা নায়েই বৰং সৌ সিদিনালৈকে তেওঁৰ আৰু মোৰ মাজত বিৰাজ কৰিছিল মধুৰতম প্ৰীতিৰ সম্পৰ্ক। সম্পূৰ্ণ বিনা কাৰণতে ৰাজনীতিৰ বিষ-বাষ্পই মোৰ প্ৰতি তেওঁৰ দৃষ্টি আবিল কৰি নুতোলালৈকে সেই সম্পৰ্ক অটুট আছিল। হাইস্কুলৰ পঞ্চমমান শ্ৰেণীৰ ছাত্ৰ হৈ থাকোতেই মই জীৱনত সৰ্বপ্ৰথমবাৰৰ কাৰণে যি দুখন কিতাপ ডাক-যোগে মগাই আনি সংগ্ৰহ কৰিছিলোঁ, সেই কিতাপ দুখন আছিল দেৱকান্ত বৰুৱাৰ কাব্য-গ্ৰন্থ "সাগৰ দেখিছা" আৰু কেদাৰনাথ গোস্বামীৰ "কমিউনিষ্ট ইস্তাহাৰ" (কাৰ্ল মাৰ্ক্সৰ "কমিউনিষ্ট মেনিফেষ্টোৰ" একমাত্ৰ অসমীয়া অনুবাদ)। বাৰম্বাৰ পঢ়োতে পঢ়োতে দেৱকান্ত বৰুৱাৰ সকলো কবিতা মোৰ মুখস্থ হৈ গৈছিল, আৰু মোৰ সেই প্ৰিয় কবিক সৌ-শৰীৰেৰে দেখিবলৈ মনত সদায় এটা ব্যাকুল আগ্ৰহ অনুভৱ কৰিছিলোঁ। কটন কলেজৰ ছাত্ৰ হৈ থাকোঁতে মোৰ সেই আগ্ৰহ পূৰ্ণ হ'ল? অসমৰ তৰুণ প্ৰতিভাৱান কংগ্ৰেছ নেতা দেৱকান্ত বৰুৱাৰ এটা সদিচ্ছামূলক ভাৰতীয় স্বজাতি দলৰ অন্যতম সদস্য হৈ ইন্দোনেচিয়ালৈ গৈছিল, ঘূৰি অহাৰ পিছত কটন কলেজৰ এখন ছাত্ৰ সভাত তেওঁক বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰি মাতি অনা হৈছিল। দেৱকান্ত বৰুৱা ভাল বক্তা নহয়, তেওঁৰ ইংৰাজী তেতিয়া আছিল আৰু আড়ষ্ট। বক্তা হিচাপে দেৱকান্ত বৰুৱাই মোৰ মনত বিশেষ ৰেখাপাত

কৰিব নোৱাৰিলে। কিন্তু 'সাগৰ দেখিছা'ৰ অপৰূপ প্ৰেম-গাথাৰ কবি দেৱকান্তক সোঁ-শৰীৰে দেখা পাই মোৰ বহু দিনৰ হেপাহ পূৰণ হ'ল। তেতিয়া তেওঁৰ চেহেৰাও আছিল প্ৰেমিক কবিৰ চেহেৰা।

দেৱকান্ত বৰুৱাৰ লগত মোৰ ব্যক্তিগত আলাপ-পৰিচয় ঘটে ১৯৬১ চনতহে। কিন্তু তাৰ বহু আগতেই বিভিন্ন মানুহৰ মুখেৰে আহি মোৰ কাণত পৰিছিলহি যে তেওঁ মোৰ লেখা বিশেষভাৱে তাৰিফ কৰে। কটন কলেজত এবাৰ বক্তৃতা দিবলৈ গৈ তেওঁ ছাত্ৰসকলক কৈছিল যে সমসাময়িক ৰাজনীতি বুজিবলৈ হ'লে ছাত্ৰ-সকলে হোমেন বৰগোহাঁইৰ গল্প পঢ়িব লাগে। অসম প্ৰদেশ কংগ্ৰেছৰ বৰ্তমান সভাপতি আৰু লোকসভাৰ নৱ নিৰ্বাচিত সদস্য মোৰ অন্তৰঙ্গ বন্ধু শ্ৰীললিত কুমাৰ দলে ১৯৫৭ চনত প্ৰথম বাৰৰ কাৰণে অসম বিধান সভালৈ নিৰ্বাচিত হয়। সেই সময়ত দেৱকান্ত বৰুৱা বিধান সভাৰ অধ্যক্ষ। ললিত কুমাৰ দলেই চিলঙৰ পৰা মোলৈ চিঠি এখন লিখি জনালে: "চিলং আহি পায়েই মই অধ্যক্ষ দেৱকান্ত বৰুৱাক পালোঁ। মই ঢকুৱাখানাৰ পৰা নিৰ্বাচিত হৈ আহিছো বুলি শুনিয়েই তেওঁ আন কোনো কথা নকৈ সৰ্বপ্ৰথমে প্ৰশ্ন কৰিলে "হোমেন বৰগোহাঁঞিক চিনি পোৱা? যদি ৰাজনীতি কৰিব খুজিছা, তেন্তে হোমেন বৰগোহাঁঞিৰ লগত সম্পৰ্ক ৰাখি চলিবা।" (সেই সময়ত মই আছিলো এজন নিমাখিত মাটি-হাকিম)। ঠিক একে কথাই শুনিছিলো বৰ্তমান গড় কাপ্তানী মন্ত্ৰী মহম্মদ ইদ্ৰিছৰ মুখতো। ১৯৭২ চনত মহম্মদ ইদ্ৰিছৰ চিলঙৰ বাস-ভৱনত প্ৰথম বাৰৰ কাৰণে দেখা হোৱাৰ লগে লগে ইদ্ৰিছ চাহাবে মোক ক'লে —"আপোনাক যি জন মানুহে খুউব ভাল পায়, মই তেওঁৰে মানুহ।"

মই আচৰিত হৈ সুধিলো "আপুনি কাৰ কথা কৈছে? কোনে মোক ইমান ভাল পায়? ইদ্ৰিছ চাহাবে উত্তৰ দিলে—"দেৱকান্ত

বৰুৱাই। তেওঁ আপোনাৰ কথা মোক সদায় কৈ থাকে আৰু আপোনাৰ লগত যোগাযোগ ৰাখিবলৈ উপদেশ দিয়ে।"

১৯৬১ চনত দেৱকান্ত বৰুৱাই শিক্ষামন্ত্ৰী হিচাপে গোৱালপাৰা ভ্ৰমণ কৰিবলৈ যায়। লগত গৈছিল তেতিয়াৰ শিক্ষাধিকাৰ সুৰেশ চন্দ্ৰ ৰাজখোৱা। মই সেই সময়ত গোৱালপাৰাৰ মহকুমা পৰিকল্পনা বিষয়া এজন অতি নগন্য চৰকাৰী কৰ্মচাৰী। গধূলি সাত মান বজাত চাৰ্কিট হাউচৰ বাৰান্দাত ভৰি দিয়েই গোৱালপাৰাৰ তেতিয়াৰ মহকুমাধিপতি আৰু মোৰ ঘনিষ্টতম বন্ধু জি. এছ শেষাদ্ৰিক দেৱকান্ত বৰুৱাই প্ৰথম যিষাৰ কথা ক'লে সেইষাৰ হ'ল, "মই হোমেন বৰ-গোহাঁঞিক লগ পাব খোজো, খবৰ দি মতাই আনক।" মোক মতাই অনা হ'ল। সেয়েই আছিল তেওঁৰ লগত মোৰ প্ৰথম দেখা-সাক্ষাত।

চাৰ্কিট হাউচৰ তেওঁৰ কোঠাটো অসংখ্য দৰ্শনাৰ্থী স্থানীয় নেতা আৰু উচ্চপদস্থ বিষয়াৰে ভৰ্তি। মই সোমাই যোৱাৰ লগে লগেই তেওঁ মোক চকিত বহিবলৈ নিদি এহাতেৰে আকোৱালি লৈ বিছনাত তেওঁৰ কাষতে বহুৱাই ললে আৰু ক'লে "আজিতো কথা পাতিব নোৱাৰিম, কেৱল চাবলৈ মাতিলো। কাইলৈ আহিব, কথা পাতিম।" পিচদিনা চাৰ্কিট হাউচৰ বাৰান্দাত বহি, বিশাল ব্ৰহ্মপুত্ৰ আৰু অপৰূপ প্ৰাকৃতিক দৃশ্য সন্মুখত লৈ দেৱকান্ত বৰুৱাৰ লগত মনৰ হেপাহেৰে পাঁচ ঘণ্টা সময় কথা পাতিলো। ৰাছিয়ান অৰ্থডক্স চাৰ্চৰ ইতিহাস, সেই বছৰ ন'বেল পুৰস্কাৰ পোৱা আইচলেণ্ডৰ লেখক হেগুৰ লেক্সনেছ, ৰোমাগেৰিৰ উপন্যাস The roots of heaven, পৃথিৱীৰ খাদ্য সমস্যা, অৰ্কিডৰ খেতি—Almost about everything under the sun—আমি কথা পাতিলো। আমাৰ লগত আছিল গোৱালপাৰা কলেজৰ তেতিয়াৰ অধ্যক্ষ বন্ধুবৰ মহেন্দ্ৰ বৰা আৰু মহকুমাধিপতি জি. এছ শেষাদ্ৰি, এতিয়া তামিলনাডুৰ চৰকাৰৰ বাণিজ্য কৰ বিভাগৰ সচিব।

১৯৬৮ চনত মই নীলাচলৰ সম্পাদক হৈ অহাৰ পিচত দেৱকান্ত বৰুৱাৰ লগত মোৰ সম্পৰ্ক ঘনিষ্ঠতৰ হ'ল। এই সময়ত তেওঁ Political wilderness-ত প্ৰায় নিৰ্বাসিত অৱস্থাত বাস কৰিছিল। তেতিয়া তেওঁৰ আড্ডা দিয়াৰ অন্যতম ঠাই আছিল নীলাচলৰ স্বত্বাধিকাৰী মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ ঘৰখন। কেতিয়াবা শ্ৰীমান প্ৰফুল্ল গোস্বামী, কেতিয়াবা শৰৎচন্দ্ৰ সিংহ, কেতিয়াবা বিশ্বনাৰায়ণ শাস্ত্ৰীক লগত লৈ তেওঁ দত্ত বৰুৱাৰ ঘৰলৈ যায়; আৰু ঘণ্টাৰ পিচত ঘণ্টা ধৰি আমাৰ লগত সমসাময়িক ৰাজনীতিৰ বিষয়ে আলোচনা কৰে। এনেতে আহিল ১৯৬৯ চনৰ কংগ্ৰেছ বিভাজন পৰ্ব। শ্ৰীমতী ইন্দিৰা গান্ধীলৈ নিজৰ সমৰ্থন জনাই দেৱকান্ত বৰুৱাই যিখন চিঠি লিখিছিল, সেই চিঠিখন তেওঁ মোকেই সৰ্বপ্ৰথমে তেওঁৰ আত্মীয় সুৰেন্দ্ৰ দাসৰ ঘৰত বহি বহি পঢ়ি শুনাইছিল। সেই সময়ত তেওঁ অতি সঘনাই মোৰ লগত সমসাময়িক ৰাজনীতিৰ বিষয়ে আলোচনা কৰিছিল, আৰু ১৯৭১ চনৰ পৰা অসমত হোৱা ৰাজনৈতিক পৰিবৰ্তন-বোৰৰ কথা মোৰ লগত আগতীয়াকৈ আলোচনা কৰিছিল আনকি শৰৎচন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী হোৱাৰ ৬ মাহৰ আগতেই শৰৎচন্দ্ৰ সিংহ এদিন মুখ্যমন্ত্ৰী হ'ব বুলি কোনোবাই কল্পনা কৰিব পৰাৰ আগতেই দেৱকান্ত বৰুৱাই সুৰেন্দ্ৰনাথ দাসৰ ঘৰত বহি মোৰ লগত সেই কথা আলোচনা কৰিছিল। ১৯৭২ চনৰ এপ্ৰিল মাহৰ নীলাচলৰ কোনোবা এটা সংখ্যাত শৰৎ সিংহৰ বিষয়ে লিখা এটা প্ৰবন্ধত মই এই কথা ইতিমধ্যে লিখি ৰাখিছো। সেই সময়ত মোৰ প্ৰতি দেৱকান্ত বৰুৱাৰ প্ৰীতিভাৱ ইমানেই গাঢ় আছিল যে তেওঁৰ ভাতৃ আৰু মোৰ বন্ধু নৱকান্ত বৰুৱাৰ কটন নিউ হোষ্টেলৰ চুপাৰিণটেণ্ডেণ্ট হৈ থকা সময়ত তেওঁৰ ঘৰত দেৱকান্ত বৰুৱাই মোক নিমন্ত্ৰণ কৰি ভাত খুৱাইছিল; আৰু ৰাজনীতিৰ কথাবোৰ আলোচনা কৰিছিল।

সেই সময়তে স্বেচ্ছাই আৰু সানন্দ চিত্তে নীলাচলক আছুতীয়া সাক্ষাতকাৰ দিছিল, আৰু ১৯৪৮ চনত নতুন অসমীয়াৰ তেওঁ সম্পাদক

হৈ থাকোঁতে লিখা প্ৰবন্ধ 'স্বৰ্গদেউ', "বুঢ়া গোহাঁঞিৰ সংবাদ" পুৰণি কাকতৰ টোপোলাৰ ভাষা বিচাৰি-মুচৰি উলিয়াই নীলাচলত পুনৰ প্ৰকাশ কৰিবৰ কাৰণে দিছিল। এইবোৰ পুৰণি কথা মই বিনা-কাৰণত বা বিনা-গৰজত এতিয়া প্ৰকাশ কৰা নাই। কৰাৰ এটা বিশেষ কাৰণ আছে। ১৯৭৪ চনত নীলাচলৰ সহকাৰী সম্পাদিকা শ্ৰীমতী তুলতুল বৰুৱাই দেৱকান্ত বৰুৱাৰ সাক্ষাতকাৰ বিচাৰি যাওঁতে সাক্ষাত দিম দিম বুলি তিনিদিন ঘূৰাই ঘূৰাই অৱশেষত ক'লে—"মই নিউইয়ৰ্ক টাইম'ছ্, নিউইয়ৰ্ক হেৰাল্ড ট্ৰিবিউন, ফিনান্সিয়েল্ টাইম'ছ্ আদি কাকতকহে সাক্ষাতকাৰ দিওঁ।" ১৯৭৭ চনৰ ১৬ ফেব্ৰুৱাৰী দিনা তেওঁৰ ইচ্ছা বা সন্মতিতেই মই তেওঁৰ সাক্ষাত লবলৈ যাওঁতে দেৱকান্ত বৰুৱাই মোক ক'লে "মই নিউইয়ৰ্ক টাইমছ্, নিউইয়ৰ্ক হেৰাল্ড ট্ৰিবিউন, ফিনান্সিয়েল টাইমছ্ আদি কাকতকহে সাক্ষাতকাৰ দিওঁ। নীলাচলে Yellow Journalism কৰে, নীলাচল এখন tabloid paper।" ইত্যাদি।

১৯৬৮ চনৰ পৰা ১৯৭৪ চনলৈ দেৱকান্ত বৰুৱাৰ কাৰণে নীলাচল Yellow Journalism, tabloid paper নাছিল। এতিয়া হ'ল; কিয়? কেনেকৈ? তাৰ দুটাই মাত্ৰ ব্যাখ্যা আছে। প্ৰথম, দেৱকান্ত বৰুৱা যিমান ওপৰলৈ গৈ থাকে তেওঁৰ চকুত সিমানেই তলৰ বস্তুবোৰ ক্ষুদ্ৰৰ পৰা ক্ষুদ্ৰতৰ হৈ গৈ থাকে। দ্বিতীয়, বিপদৰ সময়ত তেওঁ যি সকলক বন্ধু বুলি আঁকোৱালি লৈ, সম্পদৰ সময়ত তেওঁৰ কাৰণে আৰু সেইসকলৰ কোনো প্ৰয়োজন নোহোৱা হয়। নীলাচলতো তুচ্ছক কথা যি ইন্দিৰা গান্ধীৰ অনুগ্ৰহত দেৱকান্ত বৰুৱাই খ্যাতি আৰু প্ৰতিপত্তিৰ ইমানেই উচ্চ শিখৰত উঠিছিল গৈ, শেষত ইন্দিৰা গান্ধীয়েও আজি তেওঁৰ কাৰণে বিষৱৎ পৰিত্যজ্য; আন একো কাৰণ নহলেও কেৱল ৰাজহুৱা স্বাৰ্থৰ খাতিৰতেহেই এনে ধৰণৰ অদ্ভুত মানসিকতাৰ পুংখানুপুংখ বিশ্লেষণ অতি প্ৰয়োজনীয়।

—সি যি কি নহওক, আচল কথালৈ যোৱাৰ আগতে মই এই কথাটোকে প্ৰতিপন্ন কৰি লব খুজিছোঁ৷ যে দেৱকান্ত বৰুৱাৰ বিষয়ে প্ৰসঙ্গক্ৰমে মই যদি কিবা অপ্ৰিয় বা বেদনাদায়ক কথা কবলগা হয়, তাৰ মূলতে কোনো ব্যক্তিগত বৈৰীতা, ঈৰ্ষা বা আক্ৰোশ নাই। প্ৰকৃততে যি ঘটিছিল, তাক ৰাইজৰ বিচাৰৰ কাৰণে যথাযথভাৱে ৰাইজৰ আগত দাঙি ধৰাই এই প্ৰবন্ধৰ একমাত্ৰ উদ্দেশ্য।

যি উৎসাহেৰে এই প্ৰবন্ধমালা লিখিবলৈ আৰম্ভ কৰিছিলোঁ, সেই উৎসাহ এতিয়া হঠাতে নোহোৱা হৈ গ'ল। যিজন মানুহে ইন্দিৰাকে ভাৰত বুলি ঘোষণা কৰাৰ উপৰিও ইন্দিৰা-তনয় সঞ্জয়কো (ষ্টেট্‌ছমেনৰ মতে a young man of arrested mental growth) যীশুখৃষ্ট, বিবেকানন্দ, শঙ্কৰাচাৰ্য আৰু নেপোলিয়নৰ লগত তুলনা কৰিব পাৰে; তেনে এজন মানুহৰ বিষয়ে লিখি শক্তি আৰু সময়ৰ অপচয় কৰাটো নিতান্তই অনুচিত। কিন্তু যিহেতু প্ৰবন্ধটো আৰম্ভ কৰা হ'ল আৰু কোনো কোনো পাঠকৰ মনত কৌতূহল জগাই তোলা হ'ল, গতিকে যিমান পাৰি সংক্ষেপতে প্ৰবন্ধটো শেষ কৰা হ'ব।

° ° °

১৬ ফেব্ৰুৱাৰীৰ গধূলি ৬ বজাত গুৱাহাটীৰ চাৰ্কিট হাউচত দেৱকান্ত বৰুৱাক সাক্ষাত কৰিবলৈ গ'লোঁ। গৃহমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই মোক বৰুৱাৰ কোঠাতে সোমোৱাই দি ওলাই গ'ল। মই কোঠাটোত সোমাই দেখো—বৰুৱাই আঁদ্ৰে মালৰোৰ The Voices of Silence নামৰ প্ৰকাণ্ড কিতাপ এখন পঢ়ি আছে। মাল্‌ৰো মোৰ অন্যতম প্ৰিয় লিখক। তেওঁৰ বিষয়ে নীলাচলতে একাধিক প্ৰবন্ধ লিখিছো। গতিকে বৰুৱাৰ হাতত মাল্‌ৰোৰ কিতাপ দেখি এক মুহূৰ্তৰ কাৰণে লেতেৰা ৰাজনীতিৰ কথা মই পাহৰি যাবই খুজিছিলোঁ। কিন্তু পাহৰি যাব নোৱাৰিলো পিছ মুহূৰ্ততে কিতাপৰ পৰা দেৱকান্ত বৰুৱালৈ চকু গ'ল। তেওঁৰ স্বাস্থ্য ভীষণ বেয়া হৈছে।

আগৰ তেজস মঙহাল মুখখন এতিয়া শুকাই টৈমি যেন হৈছে। কিন্তু মোক আচৰিত কৰিলে তেওঁৰ স্বাস্থ্যহীনতাই নহয় আচৰিত কৰিলে তেওঁৰ মুখখন ঢাকি ধৰা ক্লান্তি, ক্রূৰতা আৰু তিক্তভাৰ অন্ধকাৰে। মালৃৰোৰ শিল্প-ধ্যানৰ আনন্দই সেই অন্ধকাৰ বিন্দু-মাত্র পোহৰাই তুলিব পৰা নাই। মোৰ মনত নিশ্চিত বিশ্বাস হ'ল যে বৰুৱাই কিতাপখনৰ এটা পৃষ্ঠাও পঢ়া নাই; পঢ়িলেও শব্দবোৰ পঢ়ি গৈছে, কিন্তু সি গৈ তেওঁৰ চেতনাত প্রবেশ কৰিব পৰা নাই। মালৃৰোৰ কিতাপখন প্রকৃততেই পঢ়া হলে তেওঁৰ আচৰণ আৰু মুখভংগী বহুত বেলেগ হ'লহেঁতেন।

সেইকাস্ত বৰুৱাৰ মুখা-মুখিকৈ বহিয়েই মই অনুভৱ কৰিলোঁ যে তেওঁৰ গাৰ পৰা এছাতি বৰফৰ ধুমুহা মোৰ ফালে বৈ আহিছে, বেছি সময় তেওঁৰ ওচৰত বহি থাকিলে অতিপাত ঠাণ্ডা লাগি মোৰ কিবা অসুখ-বিসুখ হৈ যাব পাৰে। ল'ৰা-লৰিকৈ সাক্ষাৎটো শেষ কৰিবৰ মনেৰে মই তেওঁৰ ফালে কাগজ এখন আগবঢ়াই দি ক'লোঁ, "আপোনাৰ সময় নষ্ট কৰিব খুখুজো। মোৰ প্রশ্ন কেইটা মই লিখি আনিছো। উত্তৰ দিয়াৰ আগতে এবাৰ পঢ়ি চাওঁক।"

তেওঁ পঢ়িবলৈ আৰম্ভ কৰিলে, ঠিক পঢ়া বুলি কব নোৱাৰি; তেওঁৰ চকু দুটা কাগজখনৰ ওপৰেদি জপিয়াই জপিয়াই দৌৰি গ'ল। সহজ-ভাৱে দৌৰা বুলিও কব নোৱাৰি; ভঙা কাঁচ আৰু লোহাৰ গজাল সিঁচৰিত হৈ থকা পথাৰ এখনেদি দৌৰি যাবলগা হ'লে পদে পদে নিজকে আঘাতৰ পৰা বচাবলৈ যি উন্মাদ-নৃত্য কৰিবলগা হয়, বৰুৱাৰ চকু দুটাই মোৰ কাগজখনৰ ওপৰত তেনেধৰণৰ নৃত্য কৰিবলৈ ধৰিলে। শেষ কৰি পঢ়িবলৈ তেওঁৰ ধৈৰ্য্য নহ'ল; প্রথম দুটা নে তিনিটা প্রশ্ন পঢ়িয়েই তেওঁ মূৰ নোতোলাকৈ ভোৰ-ভোৰাই উঠিল: "এইবোৰ কি প্রশ্ন আনিছে আপুনি। আটাইবোৰ loaded question। মই এইবোৰৰ কি উত্তৰ দিম? ——আপুনি——আপুনি——Go and join the Janata party.

দেৱকান্ত বৰুৱাক মই সুধা প্ৰশ্নকেইটা সংক্ষেপে আছিল এই :

১। আপুনি এবাৰ কৈছিল "ইন্দিৰাই ইণ্ডিয়া, ইণ্ডিয়াই ইন্দিৰা।" আপুনি নাভাবেনে যে আপোনাৰ নিচিনা ৰাষ্ট্ৰীয় নেতাৰ এনে উক্তি আৰু মনোভংগীয়ে সৰ্বসাধাৰণ মানুহৰ মনত ব্যক্তি পূজাৰ প্ৰৱণতা জগাই তোলে, আৰু তেনে প্ৰৱণতা গণতন্ত্ৰৰ সুস্থবিকাশৰ পৰিপন্থী? আপুনি নাভাবেনে যে এনে উক্তিৰ লগত ষষ্ঠদশ লুইৰ I am the State উক্তিৰ বিশেষ পাৰ্থক্য নাই?

২। আপুনি একাধিক বাৰ কৈছে যে আধুনিক ভাৰতৰ ইতিহাসত বিৰোধী দলৰ কোনো ভূমিকা নাই; These are irrelevant to the history of modern India। সংসদী গণতন্ত্ৰ কাৰ্য্যকৰী হবলৈ হলে যে এটা শক্তিশালী বিৰোধী দলৰ অস্তিত্ব অপৰিহাৰ্য্য, সেই কথা আপুনি মানি লয় নেকি?

৩। ১৯৬৯ চনত কংগ্ৰেছ বিভক্ত হোৱাৰ এটা প্ৰধান কাৰণ আছিল Bossism বা মাতব্বৰীৰ বিৰুদ্ধে বিদ্ৰোহ। মুষ্টিমেয় কেইজনমান নেতাৰ মাতব্বৰীৰ অৱসান ঘটাই কংগ্ৰেছৰ মাজত আভ্যন্তৰীণ গণতন্ত্ৰৰ পুনঃ প্ৰতিষ্ঠা কৰাটো আছিল সেই বিদ্ৰোহৰ এটা প্ৰধান লক্ষ্য। কিন্তু এতিয়া কংগ্ৰেছ অনুষ্ঠানলৈ Bossism বা মাতব্বৰী পুনৰ ঘূৰি আহিছে বুলি অতি দায়িত্বশীল মহলৰ পৰাই অভিযোগ উঠিছে। কংগ্ৰেছ সভাপতি হিচাপে আপুনি এই অভিযোগৰ উত্তৰত কি কব খোজে?

৪। এই প্ৰসংগতে শ্ৰীসঞ্জয় গান্ধীৰ কথাও উল্লেখ কৰিব পাৰি। এতিয়া আৰু এই কথা গোপন কৰি লাভ নাই যে চি. পি. আইৰ লগত কংগ্ৰেছৰ মতান্তৰৰ প্ৰধান কাৰণ হ'ল শ্ৰীসঞ্জয় গান্ধী। শ্ৰী-জগজীৱন ৰামৰ দল ত্যাগৰো অন্যতম প্ৰধান কাৰণ হ'ল শ্ৰীসঞ্জয় গান্ধী। শ্ৰীসঞ্জয় গান্ধীকে Centre of extra constitutional power হিচাপে গঢ়ি তোলা হৈছিল বুলি এওঁলোক সকলোৱে এক-মুখে অভিযোগ কৰিছে। বাহুল্যৰ ভয়ত এটা মাত্ৰ উদাহৰণ দিব

খুজো। শ্ৰীসঞ্জয় গান্ধীয়ে এবাৰ বিহাৰ ভ্ৰমণ কৰিবলৈ আহি ৰাজহুৱাভাৱে ঘোষণা কৰিছিল যে ড° জগন্নাথ মিশ্ৰৰ মন্ত্ৰীসভাই খুউব ভাল কাম কৰিছে, আৰু অহা পাঁচ-দহ বছৰলৈ এই মন্ত্ৰীসভা ক্ষমতাচ্যুৎ হোৱাৰ কোনো আশংকা নাই। প্ৰধানমন্ত্ৰী বা কংগ্ৰেছ সভাপতিৰ বাহিৰে এনে মন্তব্য কৰিবলৈ আনৰ কিবা অধিকাৰ আছেনে? যদি নাই, তেন্তে তেতিয়াই শ্ৰীসঞ্জয় গান্ধীক সেই কথা কোৱা নহ'ল কিয়? Centre of extra-constitutional power হিচাপে গঢ়ি তোলা হৈছে বুলি যি অভিযোগ উঠিছে, তাৰ উত্তৰত আপুনি কি কব খুজে?

৫। কংগ্ৰেছৰ কুৰি-দফীয়া কাৰ্য্যসূচীক সকলোৱেই আদৰণি জনাইছিল। কিন্তু এতিয়া বহুতেই বিশেষকৈ চি. পি. আইয়ে অভিযোগ কৰিছে যে এই কাৰ্য্যসূচীৰ সফল ৰূপায়নত বাধা দিবৰ কাৰণেই খুব কৌশলেৰে তাক পিছলৈ ঠেলি দি কংগ্ৰেছ তথা চৰকাৰৰ ওপৰত শ্ৰীসঞ্জয় গান্ধী পাঁচ-দফীয়া কাৰ্য্যসূচী জাপি দিয়া হ'ল। এই বিষয়ে আপুনি কি কব খোজে?

৬। গণতন্ত্ৰক ৰক্ষা কৰিবৰ কাৰণে জৰুৰী অৱস্থা ঘোষণা কৰিব লগা হ'ল বুলি শাসক দলৰ তৰফৰ পৰা কোৱা হৈছে। কিন্তু ব্যক্তি-স্বাধীনতা, বাতৰি কাকতৰ স্বাধীনতা, মতান্তৰৰ স্বাধীনতা (right to dissent) আৰু প্ৰত্যেক ব্যক্তিৰ মানৱিক মৰ্য্যদাই হ'ল গণতন্ত্ৰৰ প্ৰধান প্ৰকৰণ। সেইবোৰ স্বাধীনতা খৰ্ব কৰি অৰ্থাৎ গণতন্ত্ৰৰ অঙ্গক্ষত কৰি গণতন্ত্ৰক কেনেকৈ ৰক্ষা কৰা হ'ল বুলি আপুনি কব খোজে? কোনো কাৰণ নেদেখুৱাকৈ আৰু বিনা-বিচাৰে মানুহক অনিৰ্দিষ্ট কালৰ কাৰণে জেলত আটক কৰি ৰখাটো গণতান্ত্ৰিক আদৰ্শৰ পৰিপন্থী বুলি আপুনি নাভাবেনে?

৭। বহুতেই কব খোজে যে জৰুৰী অৱস্থা ঘোষণা কৰি কুৰি-দফীয়া কাৰ্য্যসূচীৰ দ্বাৰাই দেশত যিখিনি কাম কৰা হ'ল, সেইখিনি কাম আগৰ পৰা কৰি থকা হ'লে দেশত জৰুৰী অৱস্থা ঘোষণা কৰিব

লগা পৰিস্থিতিৰ উন্তৰ নহ'লহেঁতেন। ১৯৭১ চনৰ লোকসভা নিৰ্বাচন আৰু '৯৭২ চনৰ সাধাৰণ নিৰ্বাচনত ৰাইজে কংগ্ৰেছক অভূতপূৰ্ব বিপুল সমৰ্থন দি সেই কামবোৰ কৰিবলৈকে নিৰংকুশ ক্ষমতা দিছিল। জৰুৰী অৱস্থাই দিয়া আইনৰ ক্ষমতাতকৈ বিপুল জন-সমৰ্থন দিয়া সেই নৈতিক ক্ষমতা কোনো গুণেই কম নাছিল। কংগ্ৰেছে সিমানখিনি ক্ষমতা পায়ো এতিয়া জৰুৰী অৱস্থাত কুৰি-দফীয়া আঁচনিৰ নামত কৰি থকা কামবোৰ আগৰে পৰাই আৰম্ভ কৰিব নোৱাৰিলে কিয়? উদাহৰণ স্বৰূপে—ভূমি-সংস্কাৰ, বন্ধকীয়া গোলামৰ মুক্তি, গৃহহীনক ঘৰ সাজিবলৈ মাটি দিয়া আৰু ছাত্ৰ-ছাত্ৰীক সুলভ মূল্যত কিতাপ কাগজৰ যোগান ধৰাৰ নিচিনা কামবোৰ ১৯৭২ চনতে আৰম্ভ নকৰি জয়প্ৰকাশৰ আন্দোলনৰ হেচুকনিলৈ বাট চাব হ'বলগা হ'ল কিয়?

৮। ১৯৭২ চনৰ অভূতপূৰ্ব নিৰ্বাচনি বিজয়ৰ পিছত ১৯৭৪ চনত উত্তৰ প্ৰদেশত অনুষ্ঠিত হোৱা বিধানসভাৰ নিৰ্বাচনত কংগ্ৰেছে মাত্ৰ শতকৰা ৩২ ভাগ ভোট পাইছিল। তাৰ পৰাই প্ৰমাণিত নহয়নে যে ১৯৭২ চনৰ পৰা ১৯৭৪ চনলৈকে কংগ্ৰেছে নিজৰ নিৰ্বাচনী প্ৰতিশ্ৰুতি-বোৰ যথাযথভাৱে কাৰ্যকৰী কৰা নাছিল আৰু ফলত ১৯৭৪ চনৰ পৰাই জনসাধাৰণৰ মোহভংগ হ'বলৈ আৰম্ভ কৰিছিল?

৯। যোৱা ডেৰটা বছৰত চৰকাৰে Pragmatism বা বাস্তৱ-বাদিতাৰ নামত বিখ্যাত Industrial Policy Resolution বা ঔদ্যোগিক নীতি সম্পৰ্কীয় প্ৰস্তাৱকে ধৰি বহুতো নীতিৰ সালসলনি ঘটাইছে। ১৯৪০ চনৰ পৰা গ্ৰহণ কৰা এনেকুৱা সৰ্বমুঠ ১৩৬টা নীতিগত সিদ্ধান্তৰ সালসলনি ঘটোৱা হৈছে। অভিযোগ উঠিছে যে ব্যক্তিগত খণ্ডক সহায় কৰাটোৱেই হ'ল এইবোৰ সাল-সলনিৰ প্ৰধান উদ্দেশ্য। এই অভিযোগ সঁচানে?

১০। কংগ্ৰেছত দ্বিতীয় এটা split বা বিভাজন ইতিমধ্যেই ঘটিছে বা অদূৰ ভৱিষ্যতত ঘটাৰ সম্ভাৱনা দেখা গৈছে বুলি আপুনি

ভাবেনে? চি. পি. আইয়ে এহাতে কংগ্ৰেছৰ লগত নিৰ্বাচনী বুজাবুজি কৰি আনহাতে শ্ৰীজগজীৱন ৰামৰ বিদ্ৰোহৰ মাজত প্ৰগতিশীল শক্তিবোৰৰ নতুন সম্ভাৱনা নিহিত আছে বুলি ঘোষণা কৰিছে। এই ঘোষণাই কিহৰ ইঙ্গিত দিয়ে বুলি আপুনি ভাবে?

দুটামান প্ৰশ্ন পঢ়ি শেষ কৰিয়েই তেওঁ ওকোন্দা পাতি বহি ৰ'ল। অৱদমিত অসহায় ক্ৰোধৰ ছায়াই তেওঁৰ মুখখন ক'লা কৰি পেলালে। মই কলোঁ—"বাকী কেইটা প্ৰশ্নও পঢ়ি শেষ কৰকচোন। সেইবোৰৰ মাজত উত্তৰ দিব পৰা বিধৰ প্ৰশ্ন দুই-চাৰিটা কিজানি পায়েই।"

তেওঁৰ চকু দুটাই আকৌ কাগজখনৰ ওপৰেদি জপিয়াই জপিয়াই দৌৰিবলৈ ধৰিলে। তাৰ পিচত কাগজৰ পৰা মূৰ নোতোলাকৈ তেওঁ সাপৰ দৰে ফুচফুচাই উঠিল: "আপুনি কি কাৰণে মোক Controversial মানুহ বুলি কৈছে? এবাৰ নগাঁও ফুৰি আহকগৈচোন,—নিজ চকুৰেই দেখিব সকলো শ্ৰেণীৰ মানুহে মোক কি ধৰণে মানে।"

মোৰ এতিয়াহে মনত পৰিল যে আৰম্ভণিতেই মই তেওঁক কৈছিলোঁ—"ইন্দিৰাই ইণ্ডিয়া আৰু ইণ্ডিয়াই ইন্দিৰা" বুলি কৈ তেওঁ গোটেই দেশতে এজন Controversial অৰ্থাৎ বিবদমান মানুহ হৈ পৰিছে। সেই কথাষাৰেই যে তেওঁক ইমানপৰে খণ্ডত তপোময় কৰি ৰাখিছে, সেই কথা মই এতিয়াহে বুজিলোঁ। কিন্তু নিজকে সমগ্ৰ দেশৰ সৰ্বজনমান্য ৰাষ্ট্ৰীয় নেতা বুলি দাবী কৰা মানুহজনে তেওঁৰ জনপ্ৰিয়তাৰ পৰীক্ষা কৰিবলৈ মোক কেৱল নগাঁৱলৈ যাবলৈ কিয় ক'লে?—সেই কথা মই বুজি নাপালো। অৱশ্যে কিছুদিনৰ পিছত বুজি পালো। নিজকে সৰ্বভাৰতীয় নেতা বুলি দাবী কৰা দেৱকান্ত বৰুৱাই নিৰ্বাচনত নিজৰ সমষ্টি নগাঁও জিলা এৰি খোজ বাহিৰলৈ প্ৰায় এটা খোজো যাব নোৱাৰিলে। নগাঁৱত ইমানেই তেওঁৰ জনপ্ৰিয়তা। আনহাতে যি জগজীৱন ৰামৰ বিষয়ে দেৱকান্ত বৰুৱাই মন্তব্য কৰিছিল যে তেওঁৰ নামটো সকলোৱে জানে, যদিও

বিহাৰৰ চাহাবাদ অঞ্চলৰ বাহিৰে দেশৰ আন ঠাইত তেওঁৰ বিশেষ প্ৰভাৱ নাই, জগজীৱন ৰামে কিন্তু নিজৰ সমষ্টিত মাত্ৰ ঘূৰাৰমান ভূমিকা মাৰি বাকী গোটেই সময়খিনি কাশ্মীৰৰ পৰা কৰ্ণাটকলৈকে আৰু কালিকটৰ পৰা কলিকতালৈকে সিংহৰ নিচিনাকৈ গৰ্জন কৰি জনতা-তৰংগ বিয়পাই ফুৰিছিল।

দেৱকান্ত বৰুৱা আকৌ প্ৰথম প্ৰশ্নটোলৈ ঘূৰি আহিল। মুখখনত অন্তহীন অসহায়তা আৰু অপাৰ বিৰক্তি ফুটাই তেওঁ ক'লে "ইন্দিৰা ইজ্ ইণ্ডিয়া······মই কি অৰ্থত এই কথা কৈছিলোঁ। একো নুবুজাকৈ আপোনালোকে······।"

"সেইকাৰণেইতো আপোনাৰ ওচৰলৈ আহিছো।" মই কলো "যিহেতু আপোনাৰ এই উক্তিয়ে মানুহৰ মনত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে, সেই কাৰণে নিৰ্বাচনৰ আগে আগে কথাটো ব্যাখ্যা কৰি দিলে নিৰ্বাচনত আপোনালোকৰেই সুবিধা হব পাৰে।"

মই কি কম, মই কি কম, এই গোটেইবোৰ loaded question ······মই আপোনালোকক খুব ভালকৈ চিনি পাওঁ your leadership, your proprietor সেই কাৰণেইতো যোৱাবাৰ তুলতুলে ইণ্টাৰভিউ বিচাৰি আহোতে মই নিদিলো······।"

মই স্পষ্ট বুজিলো যে ইন্দিৰা ইজ্ ইণ্ডিয়া কথাষাৰৰ ব্যাখ্যা বিচাৰিয়েই মই জগৰ লগালো। এটা অশুভ মুহূৰ্ত্তত মুখৰ পৰা অতৰ্কিতে বাহিৰ হৈ যোৱা যিষাৰ কথা তেওঁ পাহৰি থাকিব খোজে। সেইষাৰ কথাকে কোনোবাই মনত পেলাই দিলে মানুহজন খঙত বলিয়াৰ দৰে হয়। এতিয়াও তেওঁৰ সেই অৱস্থাই হৈছে আৰু মুখেদি যিহকে পাই তিহকে ওলাব ধৰিছে। মই কেৱল মনে মনে ৰবীন্দ্ৰনাথৰ আপ্ত-বাক্য স্মৰণ কৰিলোঁ:

'কটু কথাই হচ্ছে অক্ষমের সান্ত্বনা; এতএব সে আমি ক্ষমা করলুম।

দেৱকান্ত বৰুৱাই তেওঁৰ ইন্দিৰা ইজ্ ইণ্ডিয়া উক্তিৰ ব্যাখ্যা মোক

নিদিলে। মই তেওঁক এৰি অহাৰ পিছতে গুৱাহাটীৰ সাংবাদিকসকলে নিমন্ত্ৰিত হৈ তেওঁক লগ ধৰিছিল। তেওঁলোকৰ কোনো এজনেই দেৱকান্ত বৰুৱাক সেই প্ৰশ্ন সুসুধিলে। কিন্তু তাৰ পিছদিনা কলিকতাত, আৰু তাৰ পিছদিনাত দিল্লীত শ-শ দেশী-বিদেশী সাংবাদিক জৰুৰী অৱস্থা শিথিল হোৱাৰ পিছত দেৱকান্ত বৰুৱাক প্ৰথম বাৰৰ কাৰণে লগ পাই মৰাশৰ ওপৰত শগুন জপিয়াই পৰাদি দৰে সেই একেটা প্ৰশ্নৰ ওপৰতে জপিয়াই পৰিল: "ইন্দিৰা ইজ্ ইণ্ডিয়া উক্তিৰ ব্যাখ্যা কি ?" তেতিয়া কিন্তু দেৱকান্ত বৰুৱাই কব নোৱাৰিলে যে এইটো এটা loaded question, তেওঁ তাৰ একো উত্তৰ নিদিয়ে। বৰং সবিস্তাৰে তেওঁ তাৰ ব্যাখ্যা দিবলগা হ'ল।

তেন্তে মোৰ আগত তেওঁ কিয় সেই প্ৰশ্নৰ উত্তৰ নিদিলে ?

তাৰ এটাই মাত্ৰ ব্যাখ্যা আছে। মোক অকলশৰীয়াকৈ পাই তেওঁ সেই প্ৰশ্নৰ উত্তৰ নিদিও বুলি কবলৈ সাহস কৰিলে। কিন্তু দিল্লী আৰু কলিকতাত শ শ সাংবাদিকে বেঢ়ি ধৰি একেটা প্ৰশ্নকে কৰাত তেওঁৰ সাহস পলাই ক'ৰবাত ফাট মাৰিলে।

দেৱকান্ত বৰুৱাক মই সোধা প্ৰশ্নকেইটা ইয়াৰ আগৰ প্ৰবন্ধতে উল্লেখ কৰা হৈছে। ৰাইজে এতিয়া নিজেই বিচাৰ কৰক: জাতীয় পৰ্য্যায়ৰ এজন ৰাজনৈতিক নেতাৰ সাক্ষাৎ লবলৈ গৈ এজন সাংবাদিকে এইবোৰ প্ৰশ্নকে সুসুধি আন কি প্ৰশ্ন সুধিব লাগিছিল ? কিয় তেওঁ এইবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ ভয় কৰিলে ?

মই দেৱকান্ত বৰুৱাক ক'লো "আৰু কেইদিন মানৰ পিচতে নিৰ্বাচন হ'ব। মই আপোনাক যি কেইটা প্ৰশ্ন সুধিছো, সেইকেইটা কেৱল মোৰেই প্ৰশ্ন নহয়; সমগ্ৰ দেশ জুৰি মানুহৰ মনে মনে আৰু মুখে মুখে কেৱল এইবোৰেই প্ৰশ্ন। আপুনি ঠিক এই মুহূৰ্ত্তত মোক এই প্ৰশ্নবোৰৰ উত্তৰ নিদিলেও মানুহে যি কোনো প্ৰকাৰেই নহওঁক কিয়—আপোনাক এইবোৰ প্ৰশ্ন সুধিবই, তাৰ উত্তৰ বিচাৰিবই;

তদুপৰি আপুনি যদি মোক এই প্ৰশ্নবোৰবে উত্তৰ দিব নোখোজে, তেন্তে মোক সাক্ষাৎ দিবলৈ ৰাজী হৈছিল কিয় ?"

তলমূৰ ওপৰ কৰিবলৈ সাহ নকৰি বৰুৱাই প্ৰায় মুখৰ ভিতৰবে ভোৰভোৰাই কৈ যাবলৈ ধৰিলে—"মোৰ ওচৰলৈ ক'ত বিদেশী সাংবাদিক আহে—নিউইয়ৰ্ক টাইম্‌ছ্, ফাইনেন্সিয়েল টাইম্‌ছ্, লণ্ডন টাইম্‌ছ্—তেওঁলোকৰ কোনেও এনেকৈ প্ৰশ্ন লিখি লৈ নাহে। তেওঁলোক আহে, বহে, ঘৰুৱা ভাৱে কথাবাৰ্তা পাতে…কিন্তু আপুনি এইবোৰ কি লৈ আহিছে ?"

সাংবাদিকৰ লগত সাক্ষাৎকাৰ সম্পৰ্কে দেৱকান্ত বৰুৱাৰ এই অদ্ভুত ধাৰণা শুনি মই বেচ কৌতুক অনুভৱ কৰিলোঁ। নীলাচল এখন মজলীয়া শ্ৰেণীৰ আঞ্চলিক বাৰ্তালোচনী। কিন্তু প্ৰাক্তন প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ পৰা আৰম্ভ কৰি বৰ্তমান প্ৰধানমন্ত্ৰী শ্ৰী মোৰাৰজী দেশাইলৈকে ভাৰতৰ সকলো শীৰ্ষস্থানীয় নেতাৰ আছুতীয়া সাক্ষাৎ লোৱাৰ অভিজ্ঞতা নীলাচলৰ আছে। অস্বস্তিকৰ প্ৰশ্নৰ সন্মুখীন হবলগা হ'লে কোনো কোনো লোকৰ খং উঠে; কিন্তু খং তোলাই দি কথা বাহিৰ কৰিব পৰাটোও সাংবাদিকৰ এটা কিটিপ। ১৯৬৯ চনত মই তেতিয়াৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ সাক্ষাৎ লৈছিলোঁ। সেইবাৰ মোৰ প্ৰতি তেওঁ ইমান প্ৰসন্ন আছিল আৰু মোৰ প্ৰতি তেওঁৰ ব্যৱহাৰ ইমান মধুৰ আছিল যে আগতে নিৰ্দিষ্ট কৰি থোৱা ৩০ মিনিটৰ ঠাইত মোৰ লগত ৫০ মিনিট সময় কথা-বাৰ্তা পাতিলে। কিন্তু ১৯৭১ চনত দ্বিতীয়বাৰ সাক্ষাৎ লবলৈ যাওঁতে মোৰ প্ৰথম প্ৰশ্নটো শুনিয়েই তেওঁৰ ইমান খং উঠিল যে চকীত পোন হৈ বহি তেওঁ প্ৰায় চিঞৰি উঠিল: "I don't like your language !"

কিন্তু সেইবুলি তেওঁ মোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ অসন্মত নহ'ল। আধা ঘণ্টা সময় অশেষ ধৈৰ্য্যেৰে তেওঁ মোৰ প্ৰতিটো প্ৰশ্নৰ উত্তৰ

দিলে,—অস্বস্তিকৰ বা অসুবিধাজনক প্ৰশ্নবোৰবো উত্তৰ নিদিয়াকৈ নাথাকিল।

কিন্তু কাৰ লগত কাৰ তুলনা? কংগ্ৰেছ অনুষ্ঠানত যে একমাত্ৰ শ্ৰীমতী ইন্দিৰা গান্ধীহে 'পুৰুষ' আছিল, সেই কথা মনত ৰাখিয়ে দেৱকান্ত বৰুৱাৰ ভীৰুতা আৰু ঠেহ-পেছ্‌খিনি ক্ষমা কৰি দিব নোৱাৰিনে?

সি যি কি নহওক, দেৱকান্ত বৰুৱাই মোৰ প্ৰশ্নৰ উত্তৰ দিব নে নিদিয়ে সেই বিষয়ে মোৰ লগত তথনা-তথনি চলি থাকোতেই শ্ৰী-হিতেশ্বৰ শইকীয়া আহি সোমালহি। শইকীয়াক দেখিয়েই দেৱকান্ত বৰুৱাই এটা আশ্ৰয় বিচাৰি পালে; শইকীয়াক সম্বোধন কৰি, কিন্তু আচলতে মোক শুনাবৰ উদ্দেশ্যে, তেওঁ আগতকৈও সতেজ মাত্ৰেৰে কবলৈ ধৰিলে। "তুমি দেখোন কৈছিলা যে জৰুৰী অৱস্থাৰ ফলত এওঁলোকৰ মতি-গতিৰ সলনি হৈছে; (সেই দিনা দেৱকান্ত বৰুৱাৰ কথা-বাৰ্তাৰ পৰা বুজা গ'ল যে ঘাইকৈ লেখক, সাংবাদিক আৰু বুদ্ধিজীৱীৰ মতি-গতিৰ সলনি কৰাবৰ কাৰণে দেশত জৰুৰী অৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছিল বুলি তেওঁ বিশ্বাস কৰে); but I am not as gullible as you are; মই জানো নহয় এওঁলোক কেতিয়াও সলনি নহয় ইমাৰজেঞ্চি ঘোষণা কৰাৰ আগতে those people have done their worst; আনকি তাৰ মাত্ৰ কেই-ঘণ্টামান আগতেও এওঁ নীলাচলত এটা খুব বেয়া প্ৰবন্ধ লিখিছিল; (জৰুৰী অৱস্থা ঘোষণাৰ ঠিক আগৰ সপ্তাহটোত নীলাচলত কেন্দ্ৰীয় চৰকাৰ আৰু কংগ্ৰেছৰ কাম-কাজৰ কঠোৰ সমালোচনা কৰি তু. ব. ৰ 'চলন্তিকা' শিতানত এটা প্ৰবন্ধ প্ৰকাশ হৈছিল; কিন্তু ছপাৰ ভুলত কেনেবাকৈ তুলতুল বৰুৱাৰ আদ্যক্ষৰ তু. ব. বাদ পৰি যোৱাৰ কাৰণে দেৱকান্ত বৰুৱাই সেই প্ৰবন্ধটো মই লিখা বুলি ভাবি আছে, আৰু আজি ছবছৰে মোৰ ওপৰত শাওঁপাত বৰষি আছে। কিন্তু সেই 'সন্মানৰ' পাত্ৰী যে তুলতুল বৰুৱাহে, মই নহয়, সেই কথা এই

সুযোগতে সকলোকে জনাই বধা হ'ল ) ।……কিন্তু তোমাৰ কথামতে এওঁলোকৰ কিবা সলনি হোৱা বুলি বিশ্বাস কৰিছে মই এওঁক সাক্ষাৎ দিবলৈ বাজী হৈছিলো।"

"সলনি হোৱা বুলি ভাবিবলৈ আপোনাৰ যুক্তি কি আছিল ?'—মই প্ৰশ্ন কৰিলো।

দেৱকান্ত বৰুৱাৰ মুখখন খণ্ডত বিবৰ্ণ হৈ পৰিল। প্ৰচণ্ড জোৰেৰে চিৎকাৰ কৰি উঠিব পৰা হ'লে, বা মোক অপমান কৰিব লগা হ'লে তেওঁ বোধ হয় কিছু শান্তি পালেহেঁতেন ; কিন্তু সেইখিনি কৰিবলৈ তেওঁৰ সাহস নাছিল। বস্তুতঃ গোটেই আধা ঘণ্টা সময় ধৰি তেওঁ এবাৰৰ কাৰণেও মোৰ মুখৰফালে চকু তুলি কথা কোৱা নাছিল। এইবাৰ তল-মূৰ কৰিয়েই তেওঁ সাপৰ দৰে ফুচ্‌ফুচাই উঠিল—"কি……কি এইখন yellow Journalism এখন……আকৌ এখন tabloid paper……মই আপোনাৰ একো প্ৰশ্নৰ উত্তৰ নিদিওঁ। একো সলনি হোৱা নাই আপোনাৰ। I know, you will change any under duress……"

মই প্ৰায় জাপ মাৰি ঠিয় হ'লো আৰু দেৱকান্ত বৰুৱাৰ হাতৰ পৰা প্ৰশ্ন-কাকতখন টান মাৰি আনিলো। মোৰ বিশ্বাস কৰিবলৈ টান লাগিল যে মোৰ সন্মুখত তল-মূৰ হৈ বহি থকা ক্লান্ত, কগ্ন, গৰ্বী মানুহজন যাৰ চকুত ১৯ শতিকাৰ য়োৰোপীয় ৰাজনীতিজ্ঞসকলৰ নিচিনা মন, যাৰ হাতত আঁদ্ৰে মাল্‌ৰোৱে লিখা শিল্পকলাৰ ইতিহাস, যাৰ মুখত ইতৰ মানুহৰ নিচিনা অশালীন গালিগালাজ সেইজন মানুহেই ভাৰতৰ জাতীয় কংগ্ৰেছৰ সভাপতি দেৱকান্ত বৰুৱা। এইজন মানুহৰ নেতৃত্বতে কংগ্ৰেছে 'দেশদ্ৰোহী' বুলি আখ্যা দিয়া জয়প্ৰকাশ নাৰায়ণৰ ফেচীবাদৰ বিৰুদ্ধে গণতন্ত্ৰক ৰক্ষা কৰিবলৈ ধৰ্ম-যুদ্ধ আৰম্ভ কৰিছে ; এইজন মানুহেই মোক কয়—You will change only under duress। খণ্ডত কিবা এবাৰ চিঞৰি কৰবলৈ মোৰ মন গ'ল ; কিন্তু লগে লগে মোৰ মনত পৰিল ডাক্টেই

তেওঁৰ সমসাময়িক দেৱকান্ত বৰুৱাৰ নিচিনা এজন ৰাজনীতিজ্ঞৰ বিষয়ে কোৱা এষাৰ কথা to be rude to him was courtesy।....... মই তেওঁৰ কোঠাৰ পৰা প্ৰায় দৌৰ মাৰি ওলাই আহিলো।।

কোনবোৰ মানুহে গণতন্ত্ৰ ৰক্ষাৰ নামত ভাৰতত জৰুৰী অৱস্থাৰ বৰ্বৰ শাসন জাপি দিছিল, কোনবোৰ মানুহে নিৰ্লজ্জতম মো-চাহেবিয়ানাৰ দ্বাৰা দেশত একনায়কত্ববাদৰ ব্ৰহ্মদৈত্য সৃষ্টি কৰিছিল, কোনবোৰ মানুহে গণতন্ত্ৰ নামাৱলীৰে নিজৰ একনায়কত্ববাদী স্বৰূপটো ঢাকি ৰাখি সৰল জনসাধাৰণক আভোৰা ভাবি ব্যক্তিগত ক্ষমতা আৰু ভোগ-বিলাস চিৰকলীয়া কৰিবলৈ বিচাৰিছিল, তাৰ এটা নমুনা দিবৰ কাৰণেই ওপৰৰ কথাখিনি প্ৰকাশ কৰা হ'ল।

১১।৫।৭৭

---

# দেৱকান্ত বৰুৱাৰ সৈতে এটি

# কাল্পনিক সাক্ষাৎ-কাৰ

কালাপাহাৰ: নমস্কাৰ বৰুৱা ভাওৰীয়া। আপুনি কংগ্ৰেছ সভাপতি হোৱাৰ কেইদিন মানৰ আগতে অসমলৈ আহোঁতে নীলাচলৰ তৰফৰ পৰা আমি আপোনাৰ এটি সাক্ষাৎ-কাৰ বিচাৰিছিলোঁ। পিছে যি কাৰণতেই নহওক আপুনি আমাক সাক্ষাৎ-কাৰ দিবলৈ ৰাজী নহ'ল। চকুচৰহা মানুহে কোৱা শুনো বোলে আপুনি হেনো সৰ্বভাৰতীয় নেতা হোৱাৰ পিছত সকলুৰা কাকতক সাক্ষাৎ কৰাৰ অভ্যাস এৰিছে। অৱশ্যে আপুনি অইল্ ইণ্ডিয়াৰ চেয়াৰমেন্ হৈ থাকোতে আমাক এটি সাক্ষাৎ দি ধন্য কৰিছিল (সাপ্তাহিক নীলাচল: ১৭।১২।৬৯)। সি যি কি নহওক, নীলাচলৰ পাঠকসকলক আপোনাৰ লগত হোৱা সাক্ষাৎকাৰৰ সোৱাদ দিয়াৰ লোভ সামৰিব নোৱাৰি এটি কাল্পনিক সাক্ষাৎকাৰৰ ব্যৱস্থা কৰিলো। অৱশ্যে এই কাল্পনিক সাক্ষাৎকাৰৰ প্ৰেৰণা ওৱাল্টাৰ্ চেভেজ্ লেণ্ডৰৰ পৰা লোৱা নাই, লৈছো আপোনাৰ পৰাই। আপুনি এসময়ত বাতৰি কাকতত সম্পাদক হৈ থাকোতে "প্ৰধান মন্ত্ৰী বুঢ়াগোহাঁই সংবাদ" নামেৰে এটি কাল্পনিক কথোপকথন লিখিছিল আৰু পুৰণি ফাইলৰ পৰা অশেষ কষ্ট কৰি বিচাৰি উলিয়াই সেই লিখাটি নীলাচলক পুনৰ্মুদ্ৰণ কৰিবলৈ দিছিল (সা: নী: ২৪।১২।৬৯)। আপোনাৰ নিশ্চয় মনত আছে?

দেৱকান্ত বৰুৱা: কিয় মনত নাথাকিব? অসমত সকলো কথাতে মোৰেই বাটকটীয়া। মোকেই নকল কৰি আপুনি এতিয়া মোৰ

লগত কাল্পনিক কথোপকথন কৰিছে, সিয়েই তাৰ এটা প্ৰমাণ নহয়নে জানো ?

কালাপাহাৰ : নিশ্চয় হয়। কৃতজ্ঞতাৰে আপোনাৰ ঋণ আমি স্বীকাৰ কৰিছো। এইখিনিতে ভয়ে ভয়ে আপোনাক এবাৰ কথা সুধো। আপুনি কংগ্ৰেছ সভাপতি হোৱাৰ পিছৰ পৰাই ঈৰ্ষাত আমাৰ চকুৰ পোৰণি উঠিছে আৰু আপোনাক কটু-কাতব্য কৰি আমি আমাৰ কাকতত আপোনাৰ বিষয়ে বহুত বিৰূপ সমালোচনা প্ৰকাশ কৰিছো……

দেৱকান্ত বৰুৱা : মিছলীয়া মানুহৰ কথালৈ মই কাণ নিদিওঁ।

কালাপাহাৰ : ই আপোনাৰ মহত্ব আৰু আত্মবিশ্বাসৰ পৰিচয়। পিছে এটা কথা। আপুনি আজিৰ পৰা প্ৰায় ত্ৰিশ বছৰৰ আগতে লিখা "প্ৰধান মন্ত্ৰী বুঢ়াগোহাঁই সংবাদত" প্ৰধান মন্ত্ৰীৰ মুখেদি আপুনি কোৱাইছিল : "মিছলীয়া মানুহৰ কথালৈ মই কাণ নিদিওঁ।" তেতিয়া আপুনিয়ে বুঢ়াগোহাঁইৰ মুখেদি তেওঁক উপদেশ দি কৈছিল : "ময়ো তাহানি একেদৰেই ভাবিছিলো। কোনোবাই মোৰ কোনো কথাত আপত্তি কৰিলে ময়ো আপোনাৰ দৰেই খং খাইছিলো, আপোনাৰ দৰেই তেনে মানুহক মিছলীয়া বুলি ভাবিছিলো। কমবোৰ মানুহকনো মই শত্ৰু বুলি দণ্ড বিহিলোনে ? বোপা, তুমিও দেখোন সেই ভুলকে কৰিবলৈ ওলাইছা……"

দেৱকান্ত বৰুৱা : ময়ো আপোনাক শত্ৰু বুলি দণ্ড বিহিম বুলি ভয় খাইছেনেকি ?

কালাপাহাৰ : ভয় ? ক্ষমা কৰিব, জীৱনত মাত্ৰ সেই এটা বস্তুকে কোনোদিন শিকা নহ'ল। ভয় মোৰ নিজৰ কাৰণে নহয়, আনৰ কাৰণেহে। আপুনি ডেকাকালৰ আবেগ আৰু আদৰ্শবাদীতাৰ বশবৰ্তী হৈ "প্ৰধান মন্ত্ৰী বুঢ়াগোহাঁইৰ সংবাদত" বুঢ়াগোহাঁইৰ মুখেদি কোৱাইছিল : মই শাল-চকুৱা হৈ দেশৰ চোকা-বুদ্ধিয়া আৰু স্বাধীন-চিন্তীয়া আটাইখিনিক মোৰ দ্ৰোহীয়া কৰিলো। ……এটা কথা

বোপাই, তুমি দেশৰ মহা-মন্ত্ৰীৰ বাব পাইছা, তুমি দেশৰ ভাল-বেয়াৰ গৰাকী। তোমাৰ ওচৰলৈ বহুতো মানুহ আহিব, ইটো-সিটো বিচাৰি অহা সৰহভাগ লোকেই অলায়ক আৰু চাটুকাৰ বুলি জানিবা। মই অৱশ্যে চাটুকাৰবোৰক লাই নিদিছিলো।"—বুঢ়াগোহাঁইৰ মুখেদি কলেও এইখিনি কথা আপোনাৰ নিজৰেই মনৰ কথা বুলি আমি ভাবো। কিন্তু এটা কথা কওঁ, বেয়া নাপাব। আজি সমগ্ৰ দেশত আপোনালোকে এনে এটা অৱস্থাৰ সৃষ্টি কৰিছে যে চাটুকাৰৰ বাহিৰে আন কোনো মানুহৰেই আপোনালোকৰ চকুত কোনো মূল্য নাই। ছলে-বলে-কৌশলে নিৰ্ভীক আৰু স্বাধীনচিতীয়া মানুহৰ মুখ বন্ধ কৰিবলৈ এটা বিৰাট ষড়যন্ত্ৰ চলিছে। মানুহে কোৱা শুনো আনকি আপুনিও চাটুকাৰৰ দ্বাৰা পৰিবেষ্টিত হৈ থাকিবলৈহে ভাল পায়। সিদিনা এজনে আহি মোক সাৱধান কৰি কলে—"তুমি দেৱকান্ত বৰুৱাক জোকাই লৈছা, বৰ বেয়া কথা হৈছে দেই। সাপে কঁকালৰ কোব নাপাহৰাৰ দৰে দেৱকান্ত বৰুৱায়ো তেওঁৰ বিৰূপ সমালোচনা কেতিয়াও নাপাহৰে। সুবিধা পালেই তোমাৰ কলাই-পুলিয়ে উঘালিব।"

দেৱকান্ত বৰুৱাঃ ইমানেই যদি ভয়, তেন্তেনো আপুনি মোৰ বিৰূপ সমালোচনা কৰে কিয় ?

কালাপাহাৰঃ মই দেখোন আপোনাক আগতেই কলোঁ, আপোনাক নালাগে দেশৰ সৰ্ব-ময়ী কৰ্ত্ৰী প্ৰধান মন্ত্ৰীকো মই খোৰাই পৰোৱাই কৰো। আপুনি বহুত পুথি-পাঁজী পঢ়া বিদগ্ধ মানুহ, বৰ The Arms and the Man নিশ্চয় পঢ়িছে ? মেজৰ ব্লাণ্টস্লিক তেওঁৰ প্ৰতিদ্বন্দ্বীয়ে যেতিয়া ব্যঙ্গ কৰি সুধিলেঃ "আপুনি কি চুইজাৰলেণ্ডৰ সম্ৰাট ?—তেতিয়া ব্লাণ্টস্লিয়ে সগৰ্বে উত্তৰ দিছিল—'নহয়, মোৰ স্থান তেওঁতকৈও বহুত ওপৰত ; মই এখন সাৰ্বভৌম গণতান্ত্ৰিক ৰাষ্ট্ৰৰ স্বাধীন নাগৰিক।' আপোনালোকৰ প্ৰতি মোৰো সেই একেটাই উত্তৰ। কিন্তু দুখৰ কথা যে সকলো মানুহেই নিজৰ

বিষয়ে তেনেকৈ নাভাবে। আপোনালোকে আজি গোটেই দেশখনক এখন মোচাহেবৰ দেশত পৰিণত কৰিছে। কোৱা শুনো যে কেন্দ্ৰীয় মন্ত্ৰীসভাৰ প্ৰবীনতম সদস্যসকলেও প্ৰধানমন্ত্ৰীৰ ভয়ত এনেকৈ কঁপি থাকে যে তেওঁলোকে কেতিয়াও মনৰ কথা মুখ খুলি নকয়। আনকি আপুনিও কংগ্ৰেছ সভাপতি হৈয়েই ঘোষণা কৰিলে—'মই ইন্দিৰা গান্ধীৰ এজন সৈনিক মাত্ৰ।' সঁচা কথা কবলৈ গ'লে আপোনাৰ মুখত এনে চাটুকাৰী কথা শুনি আপোনাৰ প্ৰতি আমাৰ শ্ৰদ্ধা কিছু কমিল। দেশৰ বৃহত্তম ৰাজনৈতিক দল আৰু শাসক দলৰ সভাপতি —যাৰ কাম সমগ্ৰ দেশক নেতৃত্ব দিয়া—তেওঁ কি আনৰ নিৰ্দেশ বিনা বাক্যব্যয়ে পালন কৰা এজন সাধাৰণ সৈনিক মাত্ৰ?

দেৱকান্ত বৰুৱা: হেৰি ৰব, আপোনাৰ কথা শুনি মোৰ কেথাৰিন ডি গ্ৰেটৰ এষাৰ কথা মনত পৰিছে। আপোনাৰ নিচিনাই বৰ বৰ কথা কোৱা এজন লিখকক তেওঁ কৈছিল—"you are fortunate t your medium is paper, and paper is always patient, I, Empress that I am, have to write on the sensitive skins of human beings."

কালাপাহাৰ: এলা-পেছা মানুহক হৰেক ৰকমৰ কিতাপৰ উদ্ধৃতিকে ভয় খুৱাই দিয়াৰ অভ্যাস আপোনাৰ আছে বুলি শুনিছো। পিছে কেথাৰিন ডি গ্ৰেটৰ কথাষাৰ কি অৰ্থত বা কি প্ৰসঙ্গত কলে— মই বুজি নাপালো। প্ৰধান মন্ত্ৰীক আপোনালোকে কিয় ইমান ভয় কৰে, তাকেই কব খুজিছে নেকি? আপোনাৰ মুখত কেথাৰিন ডি গ্ৰেটৰ নাম শুনি মোৰো তেওঁৰ বিষয়ে এটা কথা মনত পৰি গ'ল। তাৰ আগতে আন এটা কথা কৈ লওঁ। ১৯৭১ চনত শ্ৰীমতী ইন্দিৰা গান্ধী ৰাজনৈতিক ক্ষমতা আৰু গৌৰৱৰ উচ্চতম শিখৰত উঠিছিল, তেতিয়া বহুতেই তেওঁক কেথাৰিন ডি গ্ৰেটৰ লগত তুলনা কৰিছিল। বাৰু সেই কথা যাওক।··· আপুনি স্বীকাৰ কৰকেই বা নকৰকেই—এই বিষয়ে কোনো সন্দেহ নাই যে আজি ভাৰতবৰ্ষ নিৰ্ভীক স্বাধীন

চিন্তাৰ ঠাই দখল কৰিছে চাটুকাৰীতা আৰু মো-চাহেবিয়ানাই। শিবনাৰায়ণ ৰায় নামৰ এজন বঙালী বুদ্ধিজীৱিয়ে লিখিছে : "নেহৰু নিজে বুদ্ধিজীৱি আছিল বুলিয়েই হয়তো দেশৰ ৰূপান্তৰৰ কামত তেওঁ বুদ্ধিজীৱিসকলৰ সহযোগীতা বিচাৰিছিল।" পিছলৈ ঘূৰি চাই এতিয়া ভাব হৈছে—সকলো মিলাই চাই এই সহযোগীতাৰ ফল ভাল হোৱা নাই। নেহৰুৰ আমোলতে বিপদৰ আভাস পোৱা গৈছিল, ইন্দিৰাৰ আমোলত সি প্ৰায় বিপৰ্য্যৰ আকাৰ লৈছে। যিবোৰ মানুহ হোৱা উচিত আছিল স্বাধীন সমালোচক, তেওঁলোকৰ বহুতেই হৈ পৰিছে সভাষদ, কৰ্মচাৰী। 'যি সকলৰ নিৰ্বিশংক বিচাৰ বিশ্লেষণ, অনুসন্ধিৎসা আৰু উদ্ভাৱনাই সমাজ সংস্কৃতিত নতুন সম্ভাৱনা আৰু বিকল্পৰ প্ৰতিশ্ৰুতি আনিব লাগে, তেওঁলোকৰ অনেকেই চৰকাৰী তকমা, খিতাপ, বৃত্তি, চাকৰী কিংবা পৃষ্ঠপোষণাৰ লোভত আশ্ৰয় লৈছে চাটুকাৰীতাৰ, অংশীদাৰ হৈছে প্ৰশাসনীক দুৰ্নীতিৰ, হেৰুৱাই পেলাইছে জিজ্ঞাসাৰ সামৰ্থ্য, বিবেকৰ স্ব-প্ৰতিষ্ঠ অধিকাৰ।"—এনে হোৱাৰ কাৰণ কি জানেনে ? তাৰ কাৰণ এফালে ভাৰতীয় বুদ্ধিজীৱি সকলৰ নিবীৰ্য্যতা, আনফালে মত-দ্বৈধ আৰু বিবেকৰ কণ্ঠ-স্বৰ ৰুদ্ধ কৰিবৰ কাৰণে আপোনালোকে সকলোৱে মিলি চলোৱা বিৰাম-বিহীন প্ৰচেষ্টা। কব খুজিছিলো কেথাৰিন ডি গ্ৰেটৰ কথা। দাৰ্শনিক ডিডেৰোৱে এবাৰ কেথাৰিনৰ নিমন্ত্ৰণ ক্ৰমে তেওঁৰ ৰাজসভালৈ গৈ ৰাছিয়াৰ শাসন ব্যৱস্থাৰ সংস্কাৰ সাধিবলৈ কিছুমান পৰামৰ্শ দিলে। কেথাৰিনে সেই পৰামৰ্শবোৰ গ্ৰহণ কৰিবলৈ অসন্মত হোৱাত ডিডেৰোৰ ইমান খং উঠিল যে তেওঁ কেথাৰিনৰ আঁঠুতে গাৰ জোৰেৰে ভুকু মাৰি দিলে। কেথাৰিনে তেতিয়া কি কৰিলে ?

দেৱকান্ত বৰুৱা : হুঁ।

কালাপাহাৰ : কেথাৰিনে তেতিয়া হুকুম দিলে যে ভৱিষ্যতে তেওঁ ডিডেৰোৰ লগত কথা পাতোতে দুয়োৰে মাজত যেন সদায় এখন টেবুল ৰখা হয়। কাৰণ তেতিয়াহে ডিডেৰোৰ ভুকুবোৰ সম্ৰাজ্ঞী

কেথাৰিনৰ আঁঠুত নপৰি টেবুলত পৰিব। ওঠৰ শতিকাৰ স্বেচ্ছাচাৰিণী সম্রাজ্ঞী কেথাৰিনৰ ৰাজত্বত মুক্ত চিন্তা আৰু মত-বৈধৰ প্ৰতি যিখিনি শ্ৰদ্ধা আছিল, আজি কুৰি শতিকাৰ আধুনিক গণতান্ত্রিক ৰাষ্ট্র ভাৰতবৰ্ষত সেইখিনি আছেনে?

দেৱকান্ত বৰুৱা: ( ঘড়ীলৈ চাই ) আপোনাৰ কথাবোৰ শুনি বেয়া লগা নাছিল। পিছে শুনিছেই নহয় বাহিৰত মানুহৰ কোলাহল? কংগ্ৰেছ সভাপতি হবৰ দিন ধৰি মই উশাহ লবলৈকো সময় পোৱা নাই। কোনোদিন নহা মানুহেও এতিয়া মোক লগ পাবলৈ কুৰি ঘণ্টা পৰ্য্যন্ত বোল্দা-পৰ দি বৈ থাকে।

কালাপাহাৰ: কিয়?

দেৱকান্ত বৰুৱা: কি কিয়? অহা ইলেকশ্বনত নমিনেশ্বন কোনে দিব। আপুনি এতিয়া উঠক।

কালাপাহাৰ: মোৰ কিন্তু আচল কথাবোৰ সুধিবলৈ বাকীয়েই থাকিল।

দেৱকান্ত বৰুৱা: কাইলৈ ৰাতি আহিব এঘাৰ বাজোতে।

কালাপাহাৰ: নমস্কাৰ বৰুৱা ডাঙৰীয়া! আপোনাৰ বহুমূলীয়া সময় খৰচ কৰি আৰু এবাৰ আপোনাক লগ ধৰিবলৈ মোৰ সুযোগ দিয়াৰ কাৰণে অশেষ ধন্যবাদ। যোৱা কালি আমি প্ৰায় আকাশ-মাৰ্গতে বিচৰণ কৰি থাকিলো। আজি মাটিলৈ অৰ্থাৎ ৰাজনীতিৰ বোকালৈ কিছুসময়ৰ কাৰণে নামি আহিব খুজিছো। ... আপুনি কংগ্ৰেছ সভাপতি হৈয়েই ষ্টেট্‌চ্‌মেনৰ কুলদীপ নায়াৰক দিয়া এটা সাক্ষাৎকাৰত এবাৰ বৰ ভাল কথা কৈছিল। আপুনি কৈছিল যে, ত্যাগৰ আদৰ্শই ভাৰতীয় মানুহৰ মনক বিশেষভাৱে আকৃষ্ট কৰে। সেই একেটা সাক্ষাৎ-কাৰতে আপুনি এনে এটা ইংগিতো দিছিল যে আপুনি মন্ত্ৰী পদ-ত্যাগ কৰি কংগ্ৰেছ সভাপতি পদ গ্ৰহণ কৰি এটা ডাঙৰ ত্যাগৰ উদাহৰণ দেখুৱাইছে। এইখিনিতে মোৰ মনত দুটা প্ৰশ্ন জাগিছে। আপোনাৰ উক্তিয়ে এইটোকেই সুবুজায়নে যে

কংগ্ৰেছ সভাপতিৰ পদটো মন্ত্ৰী পদতকৈ হীনতৰ আৰু ভাৰতত মন্ত্ৰী পদত্যাগ কৰাটোৱেই ত্যাগৰ এটা চৰম পৰাকাষ্ঠা। দ্বিতীয়তে, ত্যাগৰ আদৰ্শৰেই ভাৰতীয় জনতাৰ মন জয় কৰাৰ ইমান সজ পথ এটা থাকোঁতে সকলো ৰাজনীতিকেই এই পথ গ্ৰহণ নকৰি অতি নিৰ্লজ্জভাৱে মন্ত্ৰী পদটোকে কামুৰি থাকিব খোজে কিয় ?

দেৱকান্ত বৰুৱা ঃ মই কোৱা কথাখিনি বাতৰি কাকতে বিকৃত কৰি প্ৰকাশ কৰিছে। বাতৰি কাকতবোৰ মিছা কথাৰ বাহিৰে আন একো নিলিখে। সেই কাৰণেই মই কংগ্ৰেছ কৰ্মীসকলক বাতৰি কাকত পঢ়িবলৈ মানা কৰি দিছোঁ।

কালাপাহাৰ ঃ আপোনালোক ৰাজনীতিকসকলে কেতিয়া কি মতলবত কি কথা কয়, আমি সাধাৰণ মানুহবোৰে বুজিবলৈ বৰ টান পাওঁ। বাতৰি কাকতৰ প্ৰতি আপোনাৰ ইমান অশ্ৰদ্ধা। ইফালে দেখোন বাতৰি কাকতে শত্ৰুতা কৰিলে আগন্তুক নিৰ্বাচন যুদ্ধত বিপৰ্য্যয় হোৱাৰ ভয়ত আপুনি 'কেৰালা কৌমুদী' কাকতৰ বিৰুদ্ধে বজু কৰা চৰকাৰী ফৌজদাৰী গোচৰ উঠাই লবলৈকো নিৰ্দেশ দিছে। তাৰ মানে কোনো কোনো বাতৰি কাকতক আপোনাসকলে বেচ ভয় কৰি চলে ?

দেৱকান্ত বৰুৱা ঃ ব্যতিক্ৰম সকলো ক্ষেত্ৰতে আছে। সেই বুলি আপোনাৰ মনৰ নিচিনা বাজে কাগজক আমি বিন্দুমাত্ৰ ভয় নকৰো।

কালাপাহাৰ ঃ আপোনাৰ কম্‌প্লিমেণ্ট্‌টোৰ কাৰণে অশেষ ধন্যবাদ। এই 'বাজে কাগজখনক' ভাৰতৰ প্ৰধান মন্ত্ৰীয়ে দুবাৰকৈ আছুতীয়া সাক্ষাৎকাৰ দিছিল, আৰু তেতিয়া বোলে আপুনি প্ৰধান মন্ত্ৰীৰ আগত এই কাকতৰ উচ্চ-প্ৰশংসা কৰিছিল। আপোনালোকৰ চকুত একোখন বাতৰি কাকত কেতিয়া 'বাজে' হয় আৰু কেতিয়া ভাল হয়—জানিব পাৰোঁনে ?

দেৱকান্ত বৰুৱা ঃ আমি ভাৰতত সমাজবাদ প্ৰতিষ্ঠা কৰিব

খুজিছোঁ। এই কামত যিবোৰ বাতৰি কাকতে আমাক সহায় কৰে, সেইবোৰেই ভাল বাতৰি কাকত; যিবোৰে বাধাৰ সৃষ্টি কৰে, সেইবোৰেই বাজে বাতৰি কাকত।

কালাপাহাৰঃ আপুনি বৰ ভাল কথাটো উলিয়াইছে। এতিয়া আমি ঠিক লাইনত আহি পৰিছোঁ। যোৱা সাতাইশ বছৰ ধৰি আপোনালোকে ভাৰতত সমাজ-বাদ স্থাপন কৰিবলৈ চেষ্টা কৰি আছিছে। 'ভাৰতীয় সমাজ-বাদ' কি চীজ, সেইটো কেৱল আপোনা-লোকেহে বুজে। আমি কেৱল এইটো কওঁতে দেশৰ শতকৰা ত্ৰিশ ভাগ মানুহ দাৰিদ্ৰ্যৰ অতল পাতাললৈ নিৰ্বাসিত হৈছে। খাবলৈ নাপাই কুকুৰ মেকুৰীৰ দৰে মানুহ মৰাটো এটা নিত্য নৈমিত্তিক সাধাৰণ ঘটনা হৈ পৰিছে, আনহাতে আপোনাসকলৰ দৰে ভাগ্যবান এমুঠি মানুহে মোগল বাদশাহৰ দৰে অফুৰন্ত বিলাস-ঐশ্বৰ্য্যৰ মাজত দিন কটাইছে। আনৰ কথা বাদ দি কেৱল বাক আপোনাৰ কথাই ধৰক। আপুনি আছিল এজন নিম্ন মধ্যবিত্ত শিক্ষকৰ ল'ৰা। ষোল বছৰ বয়সতে আপুনি দেশৰ মুক্তি সংগ্ৰামত যোগ দিছিল। দেশখন স্বাধীন কৰি দিয়াৰ কাৰণে আমি আপোনাসকলৰ ওচৰত অনন্ত কালৰ কাৰণে কৃতজ্ঞ। যিহওক, দেশ স্বাধীন হোৱাৰ পিছতেই আপুনি "good things of life"-অৰ সোৱাদ লব পৰা হ'ল, বিলাতি চিগাৰেটৰ বাহিৰে দেশী চিগাৰেট নোখোৱা হ'ল, ইউৰোপৰ পৰা গোলাপৰ পুলি আনি নিজৰ ফুলৰ বাগিছাত ৰুব পৰা হ'ল, (এইবোৰ কথা আমি বাতৰি কাকতত পঢ়িছো),—কিন্তু দেশৰ কোটি কোটি মানুহৰ নাৰকীয় জীৱন যাত্ৰাৰ কিবা বিন্দু মাত্ৰ পৰিবৰ্ত্তন হ'লনে? এইটো কি ধৰণৰ সমাজবাদ হ'ল— যি সমাজবাদে দেশৰ এমুঠি মানুহক ইন্দ্ৰৰ অমৰাৱতীত প্ৰতিষ্ঠিত কৰি বাকী কোটি কোটি মানুহক চিৰ দাৰিদ্ৰ্যৰ পাতাললৈ নিৰ্বাসিত কৰিলে? ...ৰব, আপুনি খং নকৰিব। দেশসেৱাৰ পাৰিশ্ৰমিক স্বৰূপে আপুনি বা আপোনাৰ সতীৰ্থ সকলে জীৱনৰ good things-অৰ

কিছু সোৱাদ লোৱাত আমাৰ মুঠেও আপত্তি নাই, "সমাজবাদী" ভাৰতৰ প্ৰধান মন্ত্ৰীয়ে কলিকতা কংগ্ৰেছত যোগ দিবলৈ আহোঁতে তেওঁ মাত্ৰ একান্তত থাকিবলৈ দহ লাখ টকাৰ পৰ্ণ কুটিৰ সজাতো আমাৰ একো আপত্তি নাই ; কিন্তু সাতাইশ বছৰৰ সমাজবাদৰ পিছত দেশৰ প্ৰতিজন-অন্ততঃ দুবেলা দুমুঠি নিমখ-ভাত খাবলৈ পোৱাতো উচিত নাছিলনে ? পৃথিবীত যিবোৰ দেশত আচল সমাজ-বাদ প্ৰতিষ্ঠিত হৈছে, সেইবোৰত কিন্তু এইটো সম্ভৱ হৈছে।

দেৱকান্ত বৰুৱা : যেনে ?

কালাপাহাৰ : যেনে, চীন দেশত।

দেৱকান্ত বৰুৱা : কিন্তু চীন দেশত ব্যক্তি-স্বাধীনতা সম্পূৰ্ণৰূপে ধ্বংস কৰি যি পন্থাত নতুন সমাজ ব্যৱস্থা গঢ়ি তোলা হৈছে, সেই পন্থা আমি কেতিয়াও অনুসৰণ কৰিব নোৱাৰো। আমি আমাৰ দেশত আমাৰ নিজৰ বাটেৰেই সমাজ-বাদ স্থাপন কৰিব লাগিব।

কালাপাহাৰ : আমাৰ নিজৰ বাটেৰে ? সেই বাটটোনো কি ? আমি কিন্তু এতিয়ালৈকে আপোনালোকে কেৱল এটা বাটহে অনুসৰণ কৰা দেখি আহিছোঁ। সেইটো হ'ল ছলে-বলে-কৌশলে নিৰ্বাচন যুদ্ধত জয়লাভ কৰি ক্ষমতাৰ দুৰ্গটো নিজৰ দখলত ৰখাৰ পথ। ভাৰতৰ কোটি কোটি অজ্ঞ নিৰক্ষৰ মানুহক নিৰ্বাচনৰ আগে আগে নানা ছলাহী মিছা কথা কৈ ভুলাই ক্ষমতা কৰায়ত্ব কৰি ৰখাই হ'ল আপোনালোকৰ কাৰণে সমাজ-বাদ স্থাপনৰ একমাত্ৰ পথ।

দেৱকান্ত বৰুৱা : আপুনি বোধহয় অলপ বেছি স্বাধীনতা লৈছে......

কালাপাহাৰ : মোৰ বেয়াদপী মাফ্ কৰিব। মই ভাবিছিলো যে আপুনি নিৰ্ভীকভাৱে কথা কোৱা মানুহক ভাল পায়। ১৯৬৯ চনৰ ১৭ ডিচেম্বৰত সাপ্তাহিক নীলাচলৰ সম্পাদকক দিয়া এটা

সাক্ষাৎকাৰত আপুনি কৈছিল : মাৰ্ক্সৰ ইতিহাসৰ বস্তু-বাদী ব্যাখ্যা মই মৌলিকভাৱে গ্ৰহণ কৰিছো। সেইবাবে অসমৰ মানসিক জগতৰ দুৰ্বলতাৰ কাৰণবোৰ উলিয়াওঁতে মোৰ টান হোৱা নাই। যি আৰ্থিক শ্ৰেণীৰ পৰা আমাৰ Intellectual সকল ওলাইছে, অসমৰ সেই বুৰোক্ৰেটিক বুৰ্জোৱা শ্ৰেণীৰ আৰ্থিক সামৰ্থ্য আৰু সামাজিক স্বাধীনতাৰ অভাৱ এটা ঐতিহাসিক সত্য। তাৰ প্ৰভাৱে অসমৰ বুদ্ধিজীৱিসকলৰ স্বাধীন চিন্তা আৰু নিৰ্ভীক মনোভাবৰ প্ৰকাশত বাধা জন্মাইছে।'......সেই কথাষাৰ মনত ৰাখিহে মই ভাবিছিলোঁ। যে ভয়-ভাৱ নোহোৱা এনেকুৱা মানুহ সৃষ্টি হোৱাটো বিচাৰো—"যি মানুহ মনে-প্ৰাণে নিৰ্ভীক হ'ব, যি মানুহে মোৰ চকুলৈ চাই মোৰ সমানে সমানে কথা কবলৈ সংকোচবোধ নকৰিব।" 'নায়মাত্মা বলহীনেন লভ্য : বুলি কোৱা উপনিষদৰ ঋষিৰ দিনৰ পৰা আৰম্ভ কৰি চিত্ত যেথা ভয়-শূন্য, উচ্চ যেথা শিৰ ...ভাৰতেৰে সেই স্বৰ্গে কৰো জাগৰিত' বুলি প্ৰাৰ্থনা কৰা ৰবীন্দ্ৰনাথৰ দিনলৈকে শতাব্দীৰ পিছত শতাব্দী ধৰি এই দেশত মহাপুৰুষসকলে মানুহক ভয়-শূন্য আৰু বীৰ্য্যবান হবলৈ শিকাই আহিছে। আশাকৰোঁ, আপোনালোকে সেই শিক্ষা পাহৰি নাযাব, সমাজ-বাদ স্থাপনৰ নামত মানুহক টেঁটু চেপি কণ্ঠৰুদ্ধ কৰিবলৈ চেষ্টা নকৰিব। মনত ৰাখিব—The Republic was not established by cowards; and cowards will not preserve it.

দেৱকান্ত বৰুৱা : এ'সমাৰ ডেভিচ। বাৰু ঠিক আছে, আপোনাক অভয় দিলোঁ। কি কব খুজিছে কৈ যাওক।

কালাপাহাৰ : The free man is he who does not fear to go to the end of his thought.—Leon Blum...কব খুজিছো চীন দেশৰ কথা। মাত্ৰ সিদিনা নেভিল মেক্সৱেলে এটা প্ৰবন্ধত লিখিছে : The Chinese first shattered and levelled the

Pyramid of social power and built their new Communities on its rubble. There may be another way, but it is yet to be found.—আপুনি কৈছে, আন এটা পথো আছে। ভাৰতীয় পথ। কিন্তু আমি দেখাত সেই পথ হ'ল বাৰম্বাৰ বিশ্বাসঘাতকতা আৰু প্ৰতিশ্ৰুতি ভংগৰ স্তূপীকৃত আবৰ্জনাৰে দুৰ্লংঘ্য হৈ থকা পথ ; সেই পথৰ অন্তত কোটি কোটি দৰিদ্ৰ ভাৰতীয় জনতাৰ অৰ্থনৈতিক মুক্তিৰ স্বৰ্গ নাই, আছে কেৱল মুষ্টিমেয় এক শ্ৰেণী সুবিধাভোগী মানুহৰ বিলাস-বৈভৱৰ স্বৰ্গ আৰু বাকী আন সকলোৰে কাৰণে চিৰ-দাৰিদ্ৰ্যৰ নৰক। সুদীৰ্ঘ সাতাইশ বছৰ একেখন নাটকৰে পুনৰাভিনয় আমি দেখি আহিছোঁ. নিৰ্বাচনৰ ঠিক এবছৰমান আগৰে পৰা আপোনালোকে নতুন নতুন অৰ্থনৈতিক শ্লোগানৰ ৰূপত বিভিন্ন মোহিনী মন্ত্ৰ ৰচনা কৰে, নিৰ্বাচন শেষ হৈ যোৱাৰ লগে লগে আৱিষ্কাৰ কৰিবলৈ আৰম্ভ কৰে নিৰ্বাচনী প্ৰতিশ্ৰুতি ৰক্ষা কৰিব নোৱাৰাৰ অসংখ্য অজুহাত। আৱাদি, ভূবনেশ্বৰ, দহদফীয়া কাৰ্য্যসূচী, কংগ্ৰেছৰ বিভাজন, বেংক জাতীয়কৰণ ......আচৰিত কথা, যাদুকৰে টুপীৰ পৰা নানা চমকপ্ৰদ বস্তু বাহিৰ কৰাৰ দৰে নিৰ্বাচনৰ ঠিক আগে আগে আপোনা সকলেও কাণত মৌ বৰষা নানা শ্লোগান বাহিৰ কৰে, কিন্তু নিৰ্বাচনৰ ঠিক পিছতে দেখা যায় যথা পূৰ্ব্বং তথা পৰম্। এইবাৰ আপোনাসকলে উলিয়াইছে চোৰাং চালান বিৰোধী অভিযান, নবোৰা, তেৰ দফীয়া কাৰ্য্যসূচী। কিন্তু আপোনাসকলে কিয় পাহৰি যায় আব্ৰাহাম লিন্‌কনৰ সেই আপ্ত-বাক্য ঃ 'সকলো মানুহকে কিছু সময়ৰ কাৰণে মূৰ্খ বনাব পাৰি, কিছুমান মানুহক চিৰকালৰ কাৰণে মূৰ্খ বনাব পাৰি, কিন্তু সকলো মানুহক চিৰকালৰ কাৰণে মূৰ্খ বনাব নোৱাৰি।'

দেৱকান্ত বৰুৱা ঃ মমত ৰাখিব, এইবাৰ কংগ্ৰেছ সভাপতি মই। এইবাৰ শেনৰ এজাত।

কালাপাহাৰ ঃ ঠিকেই, এইবাৰ শেনৰ এজাত এটা বক্তৃতাত কৈছে,

ভূমি সংস্কাৰৰ কাম এইবাৰ ত্বৰান্বিত কৰিব লাগিব। ১৯৪৮ চনৰ পৰা আজিলৈকে এই প্ৰতিশ্ৰুতি কিমান হাজাৰ বাৰ দিয়া হ'ল তাৰ হিচাপ আপোনাৰ মনত আছেনে? কমিউনিষ্টসকলে চীনৰ শাসনভাৰ হাতত লৈয়েই সকলো খেতিয়কৰ মাজত মাটি সমানে ভগাই দিছিল, চীন দেশত যে আজি দুৰ্ভিক্ষ নাই তাৰ প্ৰধান কাৰণ এইটোৱেই। চীন দেশৰ কথা বাৰু বাদেই দিয়ক; পশ্চিমীয়া বুৰ্জোৱা অৰ্থনীতি-বিদ আৰু জাতিসংঘৰ প্ৰতিবেদনেও বাৰম্বাৰ কৈছে যে ভাৰতত সামন্ত যুগীয়া ভূমি ব্যৱস্থা এতিয়াও চলি থকাৰ কাৰণেই এই দেশে কৃষি ক্ষেত্ৰত অগ্ৰগতি লাভ কৰিব পৰা নাই। ১৯৪৮ চনতেই ভূমি সংস্কাৰৰ প্ৰথম প্ৰগতিশীল প্ৰস্তাৱ লোৱা হৈছিল; আজি আপুনি যে নিৰ্বাচনলৈ মাত্ৰ এবছৰ থাকোতে পুনৰ ভূমি সংস্কাৰৰ কথা আপোনাৰ নিজৰ দলৰ চৰকাৰকে মনত পেলাই দিবলগা হৈছে, সিয়েই প্ৰমাণ নকৰেনে যে যোৱা ছাব্বিশ বছৰে আপোনালোকে মানুহক কেৱল ফাঁকি দি আছিছে? সুদীৰ্ঘ সাতাইশ বছৰ ধৰি আপোনাৰ দলে একদলীয়া শাসন-ক্ষমতা ভোগ কৰি আছিছে, তেন্তে আপোনাৰ নিজৰ দলে গ্ৰহণ কৰা প্ৰস্তাৱবোৰ কাৰ্য্যকৰী কৰাত আপোনালোকক বিধি-পথালি দিছে কোনে? চীন দেশে.......

দেৱকান্ত বৰুৱা: আপুনি দেখোন বাৰে বাৰে চীন দেশৰ নাম লৈছে, 'মিছা' আইনত জেইলত সোমাব খোজেনেকি?

কালাপাহাৰ: আপোনালেকে সমগ্ৰ দেশখনকেই দেখোন এক বিৰাট কাৰাগাৰত পৰিণত কৰি পেলাইছে, এখন সৰু কাৰাগাৰৰ ভয় দেখুৱায় কিয়? বৰ, আপুনি এতিয়া চীন দেশৰ নাম ললেই বেয়া পায়; কিন্তু ১৯৪৮ চনত (?) সাংবাদিক দেৱকান্ত বৰুৱাই 'মহাচীনৰ জয়যাত্ৰা' বুলি অতি তেজস্বিনী ভাষাৰে এটা সম্পাদকীয় প্ৰবন্ধ লিখি প্ৰাচ্যৰ এই মহাবিপ্লৱক অভিনন্দন জনাইছিল। এইখিনিতে আৰু এটা কথা মনত পৰিল। ১৯৫৮

চনত আন্দ্ৰে মালৰো দিল্লীলৈ আহোঁতে (এইবাৰ আপোনালোকে তেওঁক "নেহৰু পুৰস্কাৰ" দি সম্মানিত কৰিছে)। তেওঁ নেহৰুক সুধিছিল: : "সম্প্ৰতি ভাৰতত আপুনি সন্মুখীন হোৱা আটাইতকৈ কঠিন কামটো কি?—নেহৰুৱে উত্তৰ দিলে: স্বাধীনতাৰ পিছত আমি যিবোৰ কঠিন কামৰ সন্মুখীন হবলগা হৈছে, সেইটো হ'ল ন্যায়-সম্মত উপায়েৰে এখন ন্যায় ভিত্তিক ৰাষ্ট্ৰ গঢ়ি তোলা আৰু এখন ধৰ্মীয় ৰাষ্ট্ৰক ধৰ্ম-নিৰপেক্ষ ৰাষ্ট্ৰত পৰিণত কৰা।' সেই একেটা প্ৰশ্নকে মাও ছে টুঙক সোধা হলে তেওঁ কি উত্তৰ দিলেহেঁতেন সেই কথা কল্পনা কৰিবলৈ চেষ্টা কৰি মালৰোৱে তেওঁৰ আত্মজীৱনীত লিখিছে: মাও ছে টুঙৰ মনত ভাৰতীয় খেতিয়কৰ দুখ-দুৰ্দশাই একমাত্ৰ সত্য হিচাপে প্ৰতিভাত হ'ল-হেঁতেন। তেওঁ বোধহয় ক'লেহেঁতেন—চীনা জমিদাৰ আৰু মহাজন সকলক তেওঁ যি ভাৱে বিনাশ কৰিছে, ঠিক সেই একে ভাৱেই তেওঁ ভাৰতীয় জাতিভেদ প্ৰথাকো বিধ্বস্ত কৰিহে এৰিলে-হেঁতেন আৰু এক কোটি কমিউনিষ্ট সেনা লৈ তেওঁ বিগত কালৰ মহাৰাজাসকলৰ ৰাজ্যবোৰক পৰিণত কৰিলেহেঁতেন কমিউনত। ....ইয়াৰ ওপৰতনো মই নিজৰ কি মন্তব্য দিম? কেৱল এটা কথা আপোনাক মনত পেলাই দিও। ১৯২৭ চনৰ চীনৰ বিফল কমিউনিষ্ট বিদ্ৰোহৰ পটভূমিত লিখা মালৰোৰ উপন্যাস Man's Estate এ এটা চৰিত্ৰৰ মুখেদি তেওঁ কোৱাইছে: His life had a meaning and he knew what it was, to restore their personal dignity to every one of those whom hunger was destroying, before his eyes, like an insidious plague. Those were the people he belonged to; their enemies were his enemies—আপুনি যে সম্প্ৰতি লাখ লাখ কংগ্ৰেছ কৰ্মীৰ এটা সেৱা দল গঠন কৰিব খুজিছে, তেওঁলোকক যদি আপুনি কেৱল নিৰ্বাচনী যুদ্ধ-বিজয়ৰ ভেৰনীয়া সৈন্য

হিচাপে ব্যৱহাৰ নকৰি এই মন্ত্ৰৰে উজ্জীৱিত কৰিব পাৰে, তেওঁলোকৰ জীৱনক যদি এনেভাৱে অৰ্থ-মণ্ডিত কৰি তুলিব পাৰে, তেতিয়াহে বুজিম আপুনি ভাৰতৰ কৰি-নায়ক দেৱকান্ত বৰুৱা, স্বপ্ন-দ্ৰষ্টা দেৱকান্ত বৰুৱা, এক নতুন বিপ্লৱৰ নায়ক দেৱকান্ত বৰুৱা। আপুনি জীৱনত বহুত খ্যাতি-প্ৰতিপত্তি অৰ্জন কৰিলে, বহুত বিলাস-ঐশ্বৰ্য্য ভোগ কৰিলে, কিন্তু বিশ্ব-ইতিহাস তন্নতন্নকৈ পঢ়া আপুনি বৰুৱাই এই কথা নিশ্চয় জানে যে জীৱনৰ এইবোৰ কীৰ্তিয়ে ইতিহাসৰ ভাষ্টবিনতো ঠাই নাপায়। আপুনি ইন্দিৰা গান্ধীৰ নিৰ্বাচন-যুদ্ধৰ সৈনিক নহৈ এক নতুন বিপ্লৱৰ নায়ক হওক, তেতিয়াহে আপোনাৰ জীৱনৰ গধুলি-পৰ্ব সূৰ্য্যাস্ত-মহিমাৰে ৰঞ্জিত হৈ উঠিব। সেইটো কৰিবলৈ হলে আপুনি গান্ধীজীৰ এষাৰ অমৰ উক্তি সততে মনত ৰাখিব লাগিব। গান্ধীজীয়ে কৈছিল: "মই তিনিটা শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰিব লগা হৈছে; প্ৰথমতে বৃটিছসকলৰ বিৰুদ্ধে, দ্বিতীয়তে ভাৰতীয়সকলৰ বিৰুদ্ধে আৰু তৃতীয়তে মোৰ নিজৰ বিৰুদ্ধে।"

(হঠাতে দেৱকান্ত বৰুৱাৰ নাক ঘোৰ-ঘোৰনি শুনি কালাপাহাৰ চক্ খাই উঠিল। তেতিয়াহে তেওঁ বুজি পালে যে তেওঁৰ কথা শুনি শুনি দেৱকান্ত বৰুৱা কেতিয়াবাই টোপনিত ঢলি পৰিছে।

(২৬ ডিচেম্বৰ, ১৯৭৪)

---